# আধুনিক শিক্ষাৰ বালিচাপৰিত

ড° মুকুন্দ ৰাজবংশী



দত্ত প্ৰকাশন
লক্ষীমপুৰ

# আধুনিক শিক্ষাৰ বালিচাপৰিত

ড° মুকুন্দ ৰাজবংশী

দত্ত প্ৰকাশন



প্ৰকাশকাল ঃ ২০১০

বেটুপাত ঃ সঞ্জীৱ বৰা

মূল্য ঃ ৭৫ টকা

মুদ্ৰক ঃ ভৱানী অফছেট এণ্ড ইমেইজিং ছিষ্টিমছ্ প্ৰাঃ লিঃ

---

**'ADHUNIK SIKHAYAR BALICHAPORIT'**

– A collection of essay based on
education written by
**Dr. Mukunda Rajbongshi**
and published by
Dutta Prakashan, Lakhimpur. Rs. 75.00

# পাতনি

'সা বিদ্যা য়া বিমুক্তয়ে'— বিদ্যাই মানুহক মুক্ত কৰে। বিশ্লেষণাত্মক দৃষ্টি মানুহৰ মনত জাগ্ৰত কৰে। বিদ্যাৰ জৰিয়তে মানুহে শুদ্ধ প্ৰশ্নৰ সমিধান পাব পাৰে। শুদ্ধ প্ৰশ্ন কৰিব পৰাটো ডাঙৰ কথা। সেই কাৰণে ভাগৱত গীতাত কৈছে— পৰিপ্ৰশ্নেন। বিশ্বৰ ইতিহাস অধ্যয়ন কৰিলে আমি দেখো মুক্ত মনেৰে, মুক্ত আকাশত মানুহৰ বিচৰণৰ পৰিবেশ সৃষ্টিত শিক্ষানুষ্ঠানসমূহৰ ভূমিকা সদায়েই গুৰুত্বপূৰ্ণ। এনে এটা দিন ভাৰতবৰ্ষত বিৰাজ কৰিছিল যিটো দিনত ভাৰতত থকা তক্ষশীলা, নালন্দা আদি জ্ঞানপীঠত উন্মেষ ঘটিছিল উদ্দীপনাময় চিন্তাৰ। উচ্চ পৰ্যায়ৰ চিন্তাৰ লগত কৃষ্টিক্ষম চেতনাৰ সহবাস নঘটিলে কালজয়ী আৱিষ্কাৰ হ'ব নোৱাৰে। চেতনাৰ আলোকত প্ৰতিভা মনীষালৈ ৰূপান্তৰিত কৰাবলৈ শিক্ষানুষ্ঠানসমূহে এক পৰিবেশ সৃষ্টি কৰিব লাগিব। তেনে শিক্ষানুষ্ঠানত অধ্যয়ন কৰা ব্যক্তিসকলে জীৱনজোৰা সাধনাত ব্ৰতী হ'ব পাৰে। কথ' উপনিষদত এইদৰে কৈছে— 'য়া দেৱ বিদ্যায়া কৰোতি, শ্ৰদ্ধায়া উপনিষদ। তা দেৱ বীৰবৎ তৰম ভৱতি।।' অৰ্থাৎ যিজন ব্যক্তিৰ বিশ্লেষণাত্মক দৃষ্টিভঙ্গী আছে, যিজন ব্যক্তিৰ অনুসন্ধিৎসু মন এটা আছে, আৰু যিজন ব্যক্তিৰ শ্ৰদ্ধা আৰু প্ৰজ্ঞা আছে, সেইজন ব্যক্তিক বীৰ্যবান পুৰুষ তথা উৎকৰ্ষিত ব্যক্তি (Man of Excellence) বুলি কোৱা হয়।

আজিৰ যুগত বুদ্ধিজীৱী তথা শিক্ষাবিদসকলে প্ৰশ্ন কৰিছে মানসিক উৎকৰ্ষ সাধনত শিক্ষাৰ বা শিক্ষানুষ্ঠানৰ অৱদান কিমান? কেইখন শিক্ষানুষ্ঠান উৎকৰ্ষ সাধনাৰ কেন্দ্ৰ হিচাপে (Centre of Excellence)

বিশ্বত পৰিগণিত হৈছে? আজি আৰ্মহাৰ্ষ্ট কলেজ, হাৰ্ভাৰ্ড বিশ্ববিদ্যালয়, মাছাচুচেট্চ ইন্সটিটিউট অব টেক্ন'লজিত অৱস্থিত বৃহৎ বাৰ্কলি কেম্পাচক উৎকৰ্ষ সাধনাৰ শ্ৰেষ্ঠতম কেন্দ্ৰ হিচাপে বিশ্বই স্বীকৃতি দিছে; য'ত সৰহ সংখ্যক ন'বেল বঁটা বিজেতা, চিন্তাবিদ, সাহিত্যিক, বিজ্ঞানী তথা কৃতী শিক্ষক বিৰাজ কৰিছে; য'ৰ পৰা আমেৰিকা যুক্তৰাষ্ট্ৰৰ সৰহ সংখ্যক ৰাষ্ট্ৰপতিৰ জন্ম হৈছে, য'ত উন্মেষ ঘটে, পিটাৰ ড্ৰাকাৰৰ মতে— 'Think independently, think differently' চিন্তাৰ। মাছাচুচেট্চৰ বেবচন কলেজৰ অধ্যাপক থমাছ ডেভেপৰ্টে তেওঁৰ ***Thinking for a living*** নামৰ কিতাপখনত এইদৰে কৈছে— 'New Idea for 21st century is INNOVATION & GROWTH depends on knowledge worker'।

মোৰ প্ৰায় চাৰিদশক জোৰা শিক্ষা জীৱনত বিশ্বৰ তথা উত্তৰ আমেৰিকা, ইংলেণ্ড, ইজৰাইল, দক্ষিণ আফ্ৰিকা, চিঙ্গাপুৰ, মালয়েচিয়া আদি ৰাষ্ট্ৰৰ বছা বছা শিক্ষানুষ্ঠান আৰু ভাৰতৰ শ্ৰেষ্ঠ বিশ্ববিদ্যালয়, মহাবিদ্যালয়, গৱেষণাগাৰ আদি চোৱাৰ সৌভাগ্য ঘটিছিল। লগতে কিছুসংখ্যক কৃতী শিক্ষকৰ (কেইজনমান ন'বেল বঁটা বিজেতা) সৈতে বাৰ্তালাপৰ অভিজ্ঞতা হৈছিল। এনে অভিজ্ঞতাৰপৰা অনুপ্ৰাণিত হৈ সময়ে সময়ে কিছুমান প্ৰবন্ধ অসমৰ আলোচনী তথা দৈনিক বাতৰি কাকতত প্ৰকাশ কৰিছিলো। এই কিতাপখন তাৰেই প্ৰতিফলিত ৰূপ।

ভাল শিক্ষা এজন ছাত্ৰৰ উজ্জ্বল ভৱিষ্যতৰ পাচপৰ্ট। ভাৰতৰ শিক্ষানুষ্ঠানসমূহক বিশেষকৈ ১৫০ বছৰ পাৰ হৈ যোৱা কলিকতা, মাদ্ৰাজ আৰু বম্বে বিশ্ববিদ্যালয়লৈ ভাৰত চৰকাৰে এশ কোটি টকাকৈ অনুদান আগবঢ়াইছে যাতে বাৰ্কলি কেম্পাচৰ পৰিবেশ সৃষ্টি কৰিব পাৰে। ভাৰতৰ উচ্চশিক্ষাৰ ওপৰত বহুতো শিক্ষাবিদে উদ্বেগ প্ৰকাশ কৰিছে। নাকৰ (NAAC) লগত জড়িত এজন সদস্যই ইউনিভাৰ্চিটি নিউজত এইদৰে লিখিছিল— পাশ্চাত্যৰ শিক্ষানুষ্ঠানসমূহৰ কাম কৰাৰ সময় ৰাতিপুৱা ৮ বজাৰপৰা ৰাতি ১১ বজালৈ আৰু লাইব্ৰেৰী ২৪ ঘণ্টাই খোলা থাকে। কিন্তু ভাৰতত, সৰ্বসাধাৰণ শিক্ষানুষ্ঠান বাদেই, আনকি পঞ্চতাৰকা বা A++ লাভ কৰা কলেজ বা বিশ্ববিদ্যালয়ৰ কম সংখ্যকৰহে কৰ্ম-ঘণ্টা পুৱা ১০

বজাৰপৰা আবেলি ৫ বজালৈ।

এই কিতাপখনত নতুন যুগৰ শিক্ষাৰ কিছু আভাস দিবলৈ প্ৰয়াস কৰা হৈছে। দেশ-বিদেশত প্ৰকাশ পোৱা বহুতো প্ৰবন্ধ, ৰাষ্ট্ৰীয়-আন্তৰ্জাতিক আলোচনাচক্ৰ আৰু শিক্ষাবিদ কিছুসংখ্যকৰ সৈতে হোৱা আলোচনাৰ সহায় লোৱা হৈছে। সেয়েহে কিতাপখনৰ নাম— **আধুনিক শিক্ষাৰ বালিচাপৰিত** ৰখা হৈছে। এই কিতাপখনৰ প্ৰবন্ধকেইটা যুগুতাওঁতে মোৰ পৰিবাৰ ড° অমিয়া ৰাজবংশীৰ পৰা যথেষ্ট অনুপ্ৰাণিত হোৱাৰ উপৰিও ড° পল্লৱীকে ধৰি ল'ৰা-ছোৱালীকেইটাৰ পৰা সহায়-সহযোগ লাভ কৰা কথাটো কোনোমতে পাহৰিব নোৱাৰিম। গ্ৰন্থখনিৰ প্ৰকাশৰ বিভিন্ন দিশত সহায় আগবঢ়োৱা হেমন্ত শৰ্মা আৰু প্ৰণীতা শৰ্মাকো এই আপাহতে কৃতজ্ঞতা প্ৰকাশ কৰিলো।

শেষত, গ্ৰন্থখনিৰ প্ৰকাশৰ দায়িত্ব গ্ৰহণ কৰা লক্ষীমপুৰৰ দত্ত প্ৰকাশনলৈ মোৰ অশেষ কৃতজ্ঞতা থাকিল।

ড° মুকুন্দ ৰাজবংশী
জিনিয়াচ একাডেমী
লক্ষীমপুৰ

# সূচীপত্র

# একৈশ শতিকাৰ শিক্ষা

"We want that Education by which–

- Character is formed;
- Intellect is expanded;
- Strength of mind is increased and by which one can stand on one's own feel".

– ***Swami Vivekananda.***

যোৱা শতিকাৰ সত্তৰ দশকৰ ইলেক্ট্ৰনিক্‌ছ আৰু কম্পিউটাৰ বিজ্ঞানৰ বৈপ্লৱিক অগ্ৰগতি আৰু দুয়োটাৰ সমাহাৰত সৃষ্টি হোৱা তথ্য-প্ৰযুক্তিয়ে মানৱ জাতিৰ জীৱনধাৰা সলনি কৰাৰ লগতে শিক্ষা জগততো এক আলোড়ন সৃষ্টি কৰিছে। জ্ঞান আজি দ্ৰুতগতিত আগবাঢ়িছে আৰু অৰ্থনৈতিক বিকাশত জ্ঞানে এক অভূতপূৰ্ব ভূমিকা গ্ৰহণ কৰিছে। আধুনিক অৰ্থনীতিবিদসকলে জ্ঞানক অত্যাৱশ্যকীয় সামগ্ৰী হিচাপে গণ্য কৰিছে। সেয়েহে আজিৰ যুগটোক জ্ঞানৰ বিস্ফোৰণৰ যুগ বুলি অভিহিত কৰা হয়। নতুন সহস্ৰাব্দৰ মূলমন্ত্ৰ হিচাপে চিহ্নিত হৈছে— জ্ঞান, সৃষ্টিশীলতা আৰু যোগাযোগৰ কৌশল। ইউনেস্ক'ৰ এটি সমীক্ষা মতে, আজিৰ যুগত এজন ছাত্ৰই স্নাতকোত্তৰ শিক্ষা সাং কৰিয়েই উপলব্ধি কৰে, তেওঁ লাভ কৰা জ্ঞানতকৈ সেই বিষয়ৰ জ্ঞান ইতিমধ্যে দুগুণ আগবাঢ়ি গৈছে। অৰ্থাৎ প্ৰতি তিনি বছৰৰ মূৰে মূৰে জ্ঞান দুগুণ বৃদ্ধি হয়। বিজ্ঞান আৰু

প্ৰযুক্তিবিদ্যাৰ ন ন আৱিষ্কাৰ আৰু প্ৰয়োগৰ ফলশ্ৰুতিত ঘটা এই বিকাশ আৰু সাফল্য বিশ্বই আজি অনুধাৱন কৰিছে। সেই কাৰণে উন্নত দেশবোৰে বিজ্ঞান আৰু প্ৰযুক্তিবিদ্যাক শিক্ষাৰ মূল আধাৰ হিচাপে লৈ একৈশ শতিকালৈ আগবাঢ়িছে। লগতে মানুহ গঢ়াৰ শিক্ষা বা চৰিত্ৰ গঢ়াৰ শিক্ষাৰ ওপৰতো গুৰুত্ব আৰোপ কৰিছে। কাৰণ জীৱনৰ ৰাজনৈতিক বা আধ্যাত্মিক স্তৰত উত্তৰণ যদি নঘটে, তেন্তে সামাজিক বা মানৱীয় মূল্যবোধৰ অৱক্ষয় আৱশ্যম্ভাৱী। ফলত গা কৰি উঠে হিংসা, বৰ্বৰতা, বৌদ্ধিক জড়তা; দুৰ্নীতি আদিয়ে।

এইবাবেই শিক্ষাবিদসকল চিন্তান্বিত হোৱা পৰিলক্ষিত হৈছে, বিশ্বৰ বিভিন্ন মহলত এই দিশৰ ওপৰত চিন্তা-চৰ্চা আৰম্ভ হৈছে। বিশ্বৰ অন্যতম সৰ্বশ্ৰেষ্ঠ বিক্ৰয়ী গ্ৰন্থ (best seller) Future Shock ৰ লিখক এলভিন টফলাৰে কৈছে— "The third wave has arrived and education system of second wave will not help much" নিৰক্ষৰৰ সংজ্ঞা এতিয়া সলনি হৈছে— একৈশ শতিকাত নিৰক্ষৰ বুলি সেইজন ব্যক্তিক ধৰা নহ'ব, যিজনে কেৱল লিখিব আৰু পঢ়িব নাজানে সেইজন ব্যক্তিকহে নিৰক্ষৰ বোলা হ'ব, যিজনে কেনেকৈ শিকিব লাগে তাকে নিশিকে। গোলকীকৰণৰ ফলত উচ্চশিক্ষাৰ ধ্যান-ধাৰণাও গোলকীয় হৈছে। ইংলেণ্ডৰ ডিয়েৰিং কমিছনৰ ৰিপৰ্টত কোৱা হৈছে— Education offered in any part of the globe ought to be so sound and quality oriented that it is relevant in any part of the world. কিন্তু উন্নত আৰু উন্নয়নশীল দেশবোৰৰ শিক্ষাৰ মানৰ মাজত আকাশ-পাতাল প্ৰভেদ আছে। ইয়াৰ এটা গুৰুত্বপূৰ্ণ কাৰণ হ'ব পাৰে— ৰাজনৈতিক সদিচ্ছাৰ অভাৱ।

## ইউনেস্ক'ৰ পদক্ষেপ

১৯৭২ চনত ইউনেস্ক'ই বিশ্বৰ উন্নত আৰু উন্নয়নশীল দেশবোৰৰ শিক্ষাৰ মানৰ ক্ষেত্ৰত থকা বৈষম্যৰ ওপৰত এটা সমীক্ষা চলাইছিল। এই সমীক্ষাৰ লক্ষ্য আছিল— কি কি কাৰণত বিশ্বৰ উন্নয়নশীল দেশবোৰে

আৰ্থ-সামাজিক দিশত পিছপৰি আছে তাক বিচাৰ কৰা। উদ্দেশ্যে চলোৱা জৰীপৰ ওপৰত ভিত্তি কৰি গ্ৰহণ কৰা সিদ্ধান্তটো আছিল এনে ধৰণৰ— যিবোৰ দেশে বিজ্ঞানক শিক্ষাৰ মূল আধাৰ হিচাপে গ্ৰহণ কৰা নাই, সেইবোৰ দেশেই আৰ্থ-সামাজিক দিশত পিছপৰি আছে। সেইবাবেই তৃতীয় বিশ্বৰ দেশবোৰত চলোৱা হ'ল— 'সকলোৰে বাবে বিজ্ঞান' অভিযান।

১৯৯৮ চনৰ অক্টোবৰ মাহত ইউনেস্ক'ৰ সৌজন্যত পুনৰ পেৰিছ চহৰত উচ্চশিক্ষাৰ ওপৰত এখন আন্তৰ্জাতিক সন্মিলন অনুষ্ঠিত হৈছিল। সেই সন্মিলনত আলোচ্য বিষয় আছিল—

- আৰ্থ-সামাজিক আৰু সাংস্কৃতিক দিশত শিক্ষাই মানৱ জাতিৰ ওপৰত প্ৰভাৱ পেলাব পাৰিছেনে?
- শিক্ষাই তৃতীয় বিশ্বৰ জনগণক চুব পাৰিছেনে?
- যদি পৰা নাই, তেন্তে কি কৰা উচিত?

আলোচনাৰ শেষত, সেই সন্মিলনৰ ঘোষণা-পত্ৰত কোৱা হৈছে যে— Education in Asia and the Pacific should give every student the Philosophical, Historical, Psychological and Anthropological foundations of knowledge and must support research, pilotcurricular projects, provide expertise that facilitates access to modern technology. গতিকে ইউনেস্ক'ই ১৯৯৬ চনত প্ৰস্তুত কৰা খচৰা 'Learning: The Treasure Within' খনক আৰ্হি হিচাপে গ্ৰহণ কৰিছে। ২১ শতিকাৰ শিক্ষা কেনেকুৱা হোৱা উচিত, শিক্ষাৰ উদ্দেশ্য আৰু লক্ষ্য কি হোৱা উচিত আদি সুন্দৰকৈ খচৰাখনত বৰ্ণনা কৰা আছে। ২১ শতিকাৰ বাবে শিক্ষাৰ 'আন্তৰ্জাতিক কমিচন'ৰ মুৰব্বী জেকি ডেলৰে এই ৰিপৰ্ট ইউনেস্ক'লৈ আগবঢ়ায়। এই খচৰাখনৰ জনপ্ৰিয় নাম ***ডেলৰ ৰিপৰ্ট***। খচৰাখনৰ মূল বিচাৰ্য বিষয় (responsibilities) কেইটা হৈছে—

- ছাত্ৰ-ছাত্ৰীক গৱেষণা আৰু শিক্ষকতাৰ কাৰণে প্ৰস্তুত কৰা।
- সমাজৰ উপযোগী আৰু প্ৰয়োজনীয় উচ্চমানৰ বাস্তৱধৰ্মী পাঠ্যক্ৰমৰ যোগান ধৰা।

- শিক্ষাক সাৰ্বজনীন কৰা।
- আন্তঃৰাষ্ট্ৰীয় সহযোগিতা গঢ়ি তোলা।

উপৰোক্ত বিষয়কেইটাৰ লগত জড়িত হৈ আছে 'আহৰণ প্ৰক্ৰিয়া' (Learning Process)। শিক্ষানুষ্ঠানবোৰৰ পৰম্পৰাগত ধাৰণা সম্পূৰ্ণ সলনি হৈছে, অৰ্থাৎ শিক্ষণ গৃহৰ সলনি আহৰণ গৃহলৈ (Learning house) ৰূপান্তৰিত হৈছে শিক্ষানুষ্ঠানবোৰ। সেয়েহে এই ডেলৰ ৰিপৰ্ট'ত গুৰুত্ব দিয়া হৈছে শিকাৰ বা আহৰণৰ লক্ষ্য আৰু উদ্দশ্যৰ ওপৰত। আহৰণ প্ৰক্ৰিয়াৰ মূল চাৰিটা স্তম্ভ (pillars) হৈছে—

- জানিবৰ বাবে শিকা (Learning to know)
- কৰ্মৰ বাবে শিকা (Learning to do)
- মানুহ হোৱাৰ বাবে শিকা (Learning to be)
- ঐক্যৰ বাবে শিকা (Learning to live together)

## উন্নত দেশৰ শিক্ষাৰ পৰিদৃশ্য

উন্নত দেশবোৰে নতুন সহস্ৰাব্দত উপযোগী শিক্ষা ব্যৱস্থাৰ বাবে যোৱা শতিকাৰ ৮০ দশকৰপৰা প্ৰস্তুতি চলাইছিল। আমেৰিকাই 'A Nation at Risk', ইংলেণ্ডে 'Better Schools', জাপানে 'National Council', আৰু ৰাচিয়াই 'New Education Policy for 21st Century'—শীৰ্ষক প্ৰকল্পৰ মাধ্যমেদি কুৰি শতিকাৰ শিক্ষাৰ পৰ্যালোচনা কৰিছিল, যাতে একৈশ শতিকাৰ শিক্ষাৰ সঠিক দিশ আৰু স্পষ্ট উদ্দেশ্য নিৰূপণ কৰিব পাৰে। তলত কেৱল আমেৰিকা আৰু ইংলেণ্ডৰ পৰ্যালোচনাৰ কিয়দাংশ আলোচনা কৰা হ'ল—

### আমেৰিকা

আমেৰিকা চৰকাৰৰ শিক্ষাদপ্তৰে ১৯৮৩ চনত এখন কমিটি গঠন কৰিছিল। কমিটিৰ সদস্যসকল আছিল ন'বেল বঁটা বিজয়ী প্লেন চিব'ৰ্গ, কালিফৰ্ণিয়া বিশ্ববিদ্যালয়ৰ সভাপতি ডেভিদ গাৰ্ডেনাৰ আৰু য়েল

বিশ্ববিদ্যালয়ৰ গিয়ামট আদি। এই কমিটিয়ে ১৮ মাহ অধ্যয়ন কৰি এখন খচৰা প্ৰস্তুত কৰে। খচৰাখনৰ নাম দিয়া হ'ল— 'A Nation at Risk'। খচৰাখনত সন্নিবিষ্ট কৰা সমস্যাবোৰ এনেধৰণৰ—

ক) প্ৰায় ২৩ নিযুত যুৱক আনুষ্ঠানিকভাৱে নিৰক্ষৰ।

খ) ১৯৫৭ চনত স্পুটনিক উৰুওৱাৰ সময়ত আমেৰিকাৰ স্কুলৰ (ছাত্ৰ-ছাত্ৰীৰ) শিক্ষাৰ যি মান আছিল, ১৯৮৩ চনতো একেই— অৰ্থাৎ কোনো অগ্ৰগতি নাছিল।

গ) ১৭ বছৰীয়া ল'ৰা-ছোৱালীৰ সৰহসংখ্যকৰে বৌদ্ধিক দক্ষতা নিম্নমানৰ। এক-পঞ্চমাংশই প্ৰৰোজন ৰচনা (Persuasive Essay) লিখিব পাৰিছিল। এক-তৃতীয়াংশইহে দীঘল দীঘল অংকবোৰ কৰিব পাৰিছিল।

ঘ) ১৯৬৯, ১৯৭৩ আৰু ১৯৭৭ চনতকৈ ১৯৮৩ চনত বিজ্ঞান সম্বন্ধীয় প্ৰশ্নোত্তৰসমূহৰ মান হ্ৰাস পাইছিল।

ঙ) নতুনকৈ নিযুক্তি দিয়া গণিত, বিজ্ঞান আৰু ইংৰাজীৰ বিষয়ৰ আধা শিক্ষকৰ অৰ্হতা নাছিল।

১৯৮৮ চনত পুনৰ আমেৰিকাৰ শিক্ষা পৰিষদে কিছুমান মৌলিক প্ৰশ্নৰ মাধ্যমেৰে ছাত্ৰ-ছাত্ৰীসকলক মানসিক, বৌদ্ধিক আৰু আধ্যাত্মিক স্তৰৰ অৱস্থা নিৰ্ণয়ৰ প্ৰচেষ্টা চলাইছিল। সৰ্বোচ্চ সংখ্যক ছাত্ৰই 'লাহ-বিলাহত ভৱিষ্যৎ জীৱন কটাবৰ বাবে ধন-দৌলত সৰ্বস্ব নে' বুলি সোধা প্ৰশ্নৰ ইতিবাচক সঁহাৰি লাভ কৰিছিল। সেয়েহে ব্ৰিটানিকা এনছাইক্ল'পেডিয়াৰ ব'ৰ্ড অৱ ডাইৰেক্টৰ্চৰ চেয়াৰমেন ড° মাৰ্টিমাৰ এড্লাৰে আমেৰিকাৰ শিক্ষাজগতক সম্বোধি কৈছিল— "True education can begin only after one has left school or college. All that a school or college can do is to arouse intellectual curiosity and prepare one for lifelong educaton later."

## ইংলেণ্ড

১৯৮৫ চনত ইংলেণ্ডতো 'Better Schools' নামৰ এখন খচৰা

প্ৰস্তুত কৰে। বিজ্ঞান আৰু গণিতৰ আধুনিকীকৰণ আৰু কম্পিউটাৰৰ ব্যাপক ব্যৱহাৰৰ ওপৰত গুৰুত্ব আৰোপ কৰা হয়। খচৰাখনত ইংলেণ্ডৰ সেই সময়ৰ সমাজ ব্যৱস্থা আৰু শিক্ষানীতিৰ মাজত কোনো সামঞ্জস্য নথকাটো স্পষ্টৰূপত প্ৰকাশ পাইছে। ইংৰাজ সমাজখন ক্ৰমান্বয়ে জটিল আৰু ভিন্নমুখী (Diverse) হোৱাৰ ফলত শিক্ষানুষ্ঠানবোৰৰ মান নিম্নগামী হৈছে। প্ৰযুক্তিবিদ্যাৰ দ্ৰুত অগ্ৰগতিৰ পৰিপ্ৰেক্ষিতত সৃষ্টি হোৱা নিবনুৱা সমস্যাই এইক্ষেত্ৰত যথেষ্ট ইন্ধন যোগাইছে। সেই কাৰণে ১৯৯১ চনত তেতিয়াৰ প্ৰধানমন্ত্ৰী (ব্ৰিটিছ) মিঃ জন মেজৰে প্ৰধানমন্ত্ৰী হিচাপে কৰণীয় কাৰ্যসূচীত বৈপ্লৱিক পৰিৱৰ্তনৰ কাৰণে শিক্ষাক প্ৰথম স্থান দিছিল, আৰু কৈছিল— Education is the key to a mobile, dynamic and diverse society.

## শিক্ষা আৰু উদ্যোগ

২১ শতিকাৰ দোকমোকালিত শিক্ষাৰ অন্য এটি দিশ প্ৰকট হৈ উঠিছে, সেইটো হৈছে দেশ এখনৰ অৰ্থনৈতিক বিকাশত শিক্ষাৰ পোনপটীয়া অৱদান। তথ্য-প্ৰযুক্তিৰ (IT) উদ্ভাৱন আৰু বিভিন্ন বিষয়ত ইয়াৰ প্ৰয়োগ অৰ্থাৎ আন্তঃবৈষয়িক গৱেষণাৰ ফলত অৰ্থনীতিৰ ধ্যান-ধাৰণাৰ বৈপ্লৱিক পৰিৱৰ্তন ঘটিছে। ভূমি-শ্ৰমিক উৎপাদনৰ ঠাই লৈছে গুণগত জ্ঞান-উৎপাদনে। কিয়নো জ্ঞান ব্যৱহাৰ কৰিলে ই গুণোত্তৰত বৃদ্ধি পায়। আনহাতে প্ৰাকৃতিক সম্পদ ব্যৱহাৰৰ ফলত হ্ৰাস পায়। গুণগত জ্ঞানৰ প্ৰয়োগত উদ্যোগৰ বিকাশ ঘটিছে আৰু ই প্ৰমাণ কৰিছে যে জাতি এটাৰ শ্ৰেষ্ঠত্ব প্ৰতিপন্ন কৰাত বৌদ্ধিক উৎকৃষ্টতাৰ বিকল্প নাই। ফলত মানব জাতি ৰূপান্তৰিত হৈছে মানৱ সম্পদলৈ। কেৱল প্ৰাকৃতিক সম্পদেহে দেশৰ অৰ্থনৈতিক দিশৰ চাহিদা পূৰণ কৰিব পাৰে— এনে ধাৰণা আজি গৌণ হৈ পৰিছে। কিয়নো পৃথিৱীত এনে কিছুমান সৰু সৰু দেশ আছে যিবোৰৰ প্ৰাকৃতিক সম্পদ বুলিবলৈ একোৱেই নাই। অথচ 'যোগঃ কৰ্মসু কৌশলম', আৰ্থ-সামাজিক দিশত যথেষ্ট স্বচ্ছল। তেনে এখন দেশ ছুইজাৰলেণ্ড; কেৱল বৰফ; বৰফেই প্ৰাকৃতিক সম্পদৰ দৰে

আগুৰি ৰখা ছুইজাৰলেণ্ডে টেক্সটাইলৰ পৰা আৰম্ভ কৰি কাগজলৈ, মেচিনৰ পৰা আৰম্ভ কৰি ইলেক্ট্ৰনিক্‌ছৰ বস্তুবোৰলৈ আৰু মেৰাইন ইঞ্জিনৰ পৰা সৌৰশক্তি চালিত গাড়ীলৈকে তৈয়াৰ কৰি বিশ্ব বাণিজ্য দখল কৰি আছিছে। ছুইজাৰলেণ্ডত শতকৰা ৬০ ভাগ মানুহক খুৱাব পৰাকৈহে কৃষিজাতীয় সামগ্ৰী উৎপন্ন হয়, তাথাপিও ইয়াৰ food processing giant-Nestle কোম্পানী জগত বিখ্যাত। ঔষধ তৈয়াৰ কৰা কোম্পানী CIBA, SANDOZ আৰু HOFFMAN সমগ্ৰ বিশ্বতে বিয়পি আছে।

**গুণগত জ্ঞানৰ প্ৰয়োগত উদ্যোগৰ বিকাশ ঘটিছে আৰু ই প্ৰমাণ কৰিছে যে জাতি এটাৰ শ্ৰেষ্ঠত্ব প্ৰতিপন্ন কৰাত বৌদ্ধিক উৎকৃষ্টতাৰ বিকল্প নাই। ফলত মানৱ জাতি ৰূপান্তৰিত হৈছে মানৱ সম্পদলৈ।**

আনহাতে, ভাৰতবৰ্ষ এখন প্ৰাকৃতিক সম্পদেৰে ভৰপূৰ দেশ। Bio-Diverse অঞ্চল বিশ্ববিখ্যাত। বিশ্বৰ জৈৱ-বৈচিত্ৰ্যৰ প্ৰায় ৮-১০% ভাগ ভাৰতবৰ্ষৰ অন্তৰ্গত। আয়ুৰ্বেদ অতি প্ৰাচীন; নিম, হালধি, আদা আদি অতি পুৰণি দিনৰপৰা ইয়াত ঔষধ হিচাপে ব্যৱহাৰ হৈ আহিছে। বন-মহৌষধি ব্যৱহাৰত অতীজৰেপৰা ভাৰতবৰ্ষ অন্যতম। তথাপিও ৯০ দশকতে স্থাপিত হোৱা চীন দেশৰ 'পেটেণ্ট ইনষ্টিটিউট'ৰ দৰে অনুষ্ঠান ভাৰতত স্থাপন কৰিব পৰা নাই আৰু 'বুদ্ধিজাত সম্পত্তিৰ অধিকাৰ' (Intellectual Property Right) লাভ কৰিবলৈও সক্ষম হোৱা নাই। কিন্তু সৰহসংখ্যক বিজ্ঞানী আৰু প্ৰযুক্তিবিদ সৃষ্টি কৰাত ভাৰতৰ স্থান দ্বিতীয়। তথাপিও বিশ্বৰ আধাসংখ্যক নিৰক্ষৰ আমাৰ ভাৰতৰ। শতকৰা ৪০ ভাগ লোক দৰিদ্ৰ সীমাৰেখাৰ তলত বাস কৰে, শতকৰা ২০ ভাগে অনাহাৰে ৰাতি কটায়। তথাপিও এই প্ৰত্যাহ্বানৰ সন্মুখীন হ'বলৈ শিক্ষাই যে প্ৰধান অস্ত্ৰ ইয়াৰ উপলব্ধি ভাৰতত এতিয়াও হোৱা নাই; নহ'লেনো

মুঠ খৰচৰ শতকৰা ৬ ভাগহে শিক্ষাৰ নামত ধাৰ্য কৰেনে? আনহাতে বিশ্বৰ সৰু সৰু দেশ যেনে কষ্টাৰিকাই ২৯%, চিলিয়ে ২০%, জাপানে ২০%, দক্ষিণ কোৰিয়াই ১৮.৫% আৰু ছিঙ্গাপুৰে ১৯% শিক্ষাৰ শিতানত খৰচ কৰে।

কিন্তু ছফট্‌ৱেৰ টেক্‌ন'লজীত ভাৰতবৰ্ষই ২০০৩ চনৰ ভিতৰত ৫০ বিলিয়ন মাৰ্কিন ডলাৰ আৰু ২০০৮ চনৰ ভিতৰত ৮৭ বিলিয়ন ডলাৰৰ উৎপাদন ৰপ্তানি কৰিবলৈ অভিলাষী আঁচনি গ্ৰহণ কৰিছে। প্ৰসঙ্গক্ৰমে উল্লেখ কৰিব পাৰি, ছফ্‌টৱেৰ টেক্‌ন'লজীয়ে জন্ম দিছে— ভাৰচুৱেল বিশ্ববিদ্যালয় (Virtual University), ভাৰচুৱেল বা ডিজিটেল গ্ৰন্থাগাৰ (Virtual Library) আৰু ভাৰচুৱেল শিক্ষকৰ (Virtual Teacher)।

## অসমৰ পৰিদৃশ্য

উচ্চশিক্ষাৰ ক্ষেত্ৰত ভাৰতবৰ্ষৰ উন্নত ৰাষ্ট্ৰকেইখনৰ তুলনাত অসমৰ অৱস্থা শোচনীয়। নৈতিক মূল্যবোধৰ উত্তৰণত, বৌদ্ধিক উৎকৃষ্টতা প্ৰাপ্তিত বা আৰ্থ-সামাজিক উন্নতিত উচ্চশিক্ষাই কেনেকুৱা ভূমিকা পালন কৰিছে, এই দিশত পৰ্যালোচনাৰ প্ৰয়োজন আছে অসমত। ৰাজনৈতিক দিশতেই হওক বা বিদ্যায়তনিক দিশতেই হওক, নেতৃত্বৰ অভাৱ পৰিলক্ষিত হৈছে। এইটো নহয় যে আমাৰ বুদ্ধিজীৱী, কৃতী শিক্ষক বা শিক্ষাবিদ নাই, অথবা মেধাবী ছাত্ৰ-ছাত্ৰীৰ সমাগম নাই। ৰামানুজম ফেল'শ্বিপ লৈ গৱেষণা কৰা ৰেংলাৰ ছাত্ৰ আমাৰ আছে; কেম্ব্ৰিজ বিশ্ববিদ্যালয়ৰ পৰা স্নাতকোত্তৰ তথা ডক্টৰেট ডিগ্ৰীধাৰী বহু কৃতী বিজ্ঞানী তথা শিক্ষকো আমাৰ আছে। তথাপিও নিবনুৱা সমস্যা, দৰিদ্ৰতা, আৰ্থিক অনগ্ৰসৰতাৰ অভাৱ বা কলেজ শিক্ষকৰ অসহযোগ কাৰ্যসূচী আদিয়ে উচ্চশিক্ষাৰ ভৱিষ্যৎ কোন দিশে পোনাইছে, চিন্তা কৰিলে হতাশাৰ ডাৱৰে আবৰি ধৰা যেন লাগে।

আমি এটা ভয়াবহ বা দেৱলীয়া অৱস্থালৈ গতি কৰিছো। শিক্ষাৰ বৈপ্লৱিক পৰিৱৰ্তন আৰু সুপৰিকল্পিত আঁচনি আৰু তাৰ যথাযথ ৰূপায়ণৰ

প্ৰয়োজন হৈছে। অসমৰ বৰ্তমানৰ শৈক্ষিক, আৰ্থ-সামজিক প্ৰতিচ্ছবি থোৰতে—

| | | |
|---|---|---|
| ১. | বিশ্ববিদ্যালয় | ঃ ৫ খন |
| ২. | মহাবিদ্যালয় | ঃ ১৯৮ খন |
| ৩. | মেডিকেল কলেজ | ঃ ৩ খন |
| ৪. | ইঞ্জিনীয়াৰিং কলেজ | ঃ ২ খন |
| ৫. | আঞ্চলিক ইঞ্জিনীয়াৰিং কলেজ | ঃ ১ খন |
| ৬. | আই আই টি (IIT) | ঃ ১ খন |
| ৭. | শিক্ষিত নিবনুৱা (মুঠ) | ঃ ১৬,৩০,৫৫৩ জন (পঞ্জীয়নভুক্ত, চেপ্তেম্বৰ ২০০০) |
| | ক. মেট্ৰিক পাছ | ঃ ৬,৬৭,৫১৪ জন |
| | খ. উচ্চতৰ মাধ্যমিক পাছ | ঃ ৩,৯৭,৪৮৫ জন |
| | গ. স্নাতক | ঃ ১,৩৬,৪৬০ জন |
| | ঘ. স্নাতকোত্তৰ | ঃ ৬,৫৮২ জন |
| | ঙ. ডাক্তৰ | ঃ ১৮৯ জন |
| | চ. ইঞ্জিনীয়াৰ | ঃ ২৩৪৭ জন। |
| ৮. | মাছৰ উৎপাদন(বছৰত) | ঃ ১.৫১ টন<br>প্ৰয়োজন ২.৫২ টন |
| ৯. | মাংসৰ উৎপাদন (বছৰত) | ঃ ১২,৫৫৮ টন<br>প্ৰয়োজন- ৪,৬১,৩৯৭ টন |
| ১০. | কণী (প্ৰতিমাহে আমদানি) | ঃ ১ লাখ। |

ওপৰৰ টেবুলখনত মাছ-মাংস আদিৰ উল্লেখ এইকাৰণে কৰা হৈছে যে ইয়াৰ চাহিদা স্থানীয়ভাৱে অসমত উদ্যোগৰ মাধ্যমেৰে পূৰণ কৰিব যদি পৰা যায়, তেন্তে নিবনুৱা সমস্যাৰ সমাধানত সহায়ক হ'ব। ইয়াৰ বাবে প্ৰয়োজন এখন বিজ্ঞানসন্মত আঁচনি; সুস্পষ্ট উদ্দেশ্য, লক্ষ্য আৰু দৃঢ় সংকল্পৰ। শুদ্ধ চিন্তা আৰু উপলব্ধিৰ এইক্ষেত্ৰত অতীব প্ৰয়োজন। প্ৰসংগক্ৰমে উল্লেখ কৰিব পাৰি— 'ৰাজ্য এখনৰ ৰাজহ বৃদ্ধি বিষয়'। মদৰ বেপাৰ কৰিও ৰাজ্যৰ ৰাজহ বৃদ্ধি কৰিব পৰা যায়; কিতাপ-

আলোচনীৰ বিক্ৰীৰ মাধ্যমেৰেও ৰাজহ বৃদ্ধি কৰিব পাৰি। ৰাজহ সংগ্ৰহৰ কাৰণে কোনটো পন্থা গ্ৰহণ কৰিব , সেইটো নিৰ্ভৰ কৰে দৃষ্টিভঙ্গীৰ ওপৰত আৰু ইয়ে দেশ বা ৰাজ্যখনৰ মানৰ পৰিচয় দিয়ে। আমেৰিকা যুক্তৰাষ্ট্ৰই 'ৰিডাৰ্ছ ডাইজেষ্ট' আৰু মহিলা আলোচনী "কস্ম'পলিটান" প্ৰকাশ কৰি বিশ্বৰ বৌদ্ধিক জগতখনত আধিপত্য বিস্তাৰ কৰিছে আৰু নিজৰ বুদ্ধি আৰু অধ্যৱসায় বিনিয়োগ কৰি ৰাজহ সংগ্ৰহ কৰিছে আৰু ৰাজকোষ টনকিয়াল কৰিছে। ৰিডাৰ্ছ ডাইজেষ্ট আলোচনীখন সৰ্বমুঠ ১৯ টা ভাষাত ২৮ নিযুত কপি আৰু "কস্ম' পলিটান"খনৰ ৩৬ টা বিদেশী সংস্কৰণ প্ৰকাশ হয়। মুঠ প্ৰচলন ২.৫ নিযুত।

২১ শতিকাৰ শিক্ষাৰ লগত সংগতি ৰাখি অসমৰ শিক্ষা পদ্ধতিৰ কেতবোৰ পৰিৱৰ্তন আনিব পাৰি—

- শিক্ষাবিদ, চিন্তাবিদ আৰু অৰ্থনীতিবিদ সমন্বিতে শিক্ষা পৰিষদ এটি গঠন হওক।
- উল্লেখিত ন ন বিষয়বোৰৰ অধ্যয়নৰ সুবিধা বিশ্ববিদ্যালয় আৰু মহাবিদ্যালয়বোৰত থাকক।
- গৱেষণা আৰু বিকাশত (R&D) চৰকাৰী পৃষ্ঠপোষকতাত নিশ্চিত কৰা হওক (অৰাজনৈতিকভাৱে)।
- শিক্ষা আৰু উদ্যোগৰ পোনপটীয়া সম্বন্ধ থাকক।
- সকলো স্তৰতে (শিক্ষাৰ) মানৱীয় মূল্যবোধৰ গুৰুত্ব থাকক।
- অক্সফৰ্ড বা কেম্ব্ৰিজ বিশ্ববিদ্যালয়ৰ আধাৰত শিক্ষক আৰু অধ্যক্ষসকলৰ মূল্যায়ন (কমেও ৪ বছৰৰ মূৰে মূৰে) হওক।
- বিদ্যাদান আৰু বিদ্যাৰ্জনৰ পৰিৱেশ এটি শিক্ষানুষ্ঠানত গঢ়ি উঠক — য'ত ব্যক্তিৰ সৃষ্টিশীলতা, মন আৰু শৰীৰৰ বিকাশ ঘটে।

---

# উচ্চশিক্ষাৰ মূল্যায়ন

"You must overcome your weakness to make progress."

— *The Geeta*



আধুনিক উচ্চশিক্ষাৰ ক্ষেত্ৰত ভাৰতবৰ্ষ বিশ্বৰ ভিতৰতে এখন লেখত ল'বলগীয়া দেশ, সৰহসংখ্যক শিক্ষানুষ্ঠান থকা দেশ। বিজ্ঞানী আৰু প্ৰযুক্তিবিদ্যাৰ সংখ্যাৰে ভাৰতৰ স্থান বিশ্বত দ্বিতীয়। ভাৰতীয় ছফ্টৱেৰ টেকন'লজিৰ উৎকৃষ্টতাই বিশ্বত এক আলোড়ন সৃষ্টি কৰিছে।

ভাৰতবৰ্ষৰ উচ্চশিক্ষা পদ্ধতি ১৪৩ বছৰীয়া পুৰণি, অৰ্থাৎ ১৮৫৭ চনত ব্ৰিটিছৰ শাসন কালতেই প্ৰথম তিনিখন বিশ্ববিদ্যালয়— কলিকতা, মাদ্ৰাজ আৰু বম্বেইত স্থাপিত হৈছিল। স্বাধীনোত্তৰ কালৰপৰা বৰ্তমানলৈকে উচ্চশিক্ষাৰ অনুষ্ঠান বহুতো বৃদ্ধি পাইছে।

| | | | ১৯৫০ | ১৯৯৯/২০০০ |
|---|---|---|---|---|
| ১. | বিশ্ববিদ্যালয় | ঃ | ১৮ | ২৪২ |
| ২. | মহাবিদ্যালয় | ঃ | ৫০০ | ১১,০০০ |
| ৩. | শিক্ষক | ঃ | ৬০ হাজাৰ | ৩.২ লাখ |
| ৪. | ছাত্ৰ-ছাত্ৰী | ঃ | ১.৩ লাখ | ৭.৫ নিযুত |
| ৫. | কলেজ কৰ্মচাৰী | ঃ | — | ৩ লাখ |

মুঠ ২৪২ খন বিশ্ববিদ্যালয়ৰ ভিতৰত ১৮ খন কেন্দ্ৰীয়, ১৭৩ খন ৰাজ্যিক, ৪০ খন ভাবী বিশ্ববিদ্যালয় (Deemed University) আৰু ১১ খন ৰাষ্ট্ৰীয় প্ৰতিষ্ঠান (অৰ্থাৎ - IIT, IISc. আদি)। ১১,০০০ মহাবিদ্যালয়ৰ ভিতৰৰে ১২৬০ খন মহিলা আৰু ১১৯ খন অট'নমাছ কলেজ। বৰ্তমান ৭৪,০০০ ছাত্ৰ-ছাত্ৰীয়ে গৱেষণা কৰি আছে। প্ৰতিবছৰে গৱেষকক পিএইচ.ডি. ডিগ্ৰী প্ৰদান কৰা হয়। শিক্ষানুষ্ঠানৰ ক্ষেত্ৰত সংখ্যাৰ লেখেৰে আমেৰিকা যুক্তৰাষ্ট্ৰৰ পিছতে ভাৰতৰ স্থান। ইমান সৰহসংখ্যক ছাত্ৰ-ছাত্ৰী আৰু শিক্ষানুষ্ঠান থকা সত্বেও ১৭ ৰপৰা ২৩ বছৰ বয়স গ্ৰুপৰ মুঠ ছাত্ৰ-ছাত্ৰীৰ মাত্ৰ ৬.৭% অংশইহে উচ্চশিক্ষা লাভ কৰে। ইউৰোপীয় উন্নয়ন সংস্থাৰ অন্তৰ্ভুক্ত (OECD) দেশবোৰত কিন্তু এই হাৰ ৫০%। গুণগত দিশত ভাৰতবৰ্ষৰ অৱস্থা অতি হতাশজনক। আন্তৰ্জাতিক খ্যাতিসম্পন্ন আলোচনীবোৰত আমাৰ প্ৰকাশিত প্ৰবন্ধৰ হাৰ ৫ শতাংশতকৈও কম। বিজ্ঞানী আৰু প্ৰযুক্তিবিদ সংখ্যাত সৰহ হ'লেও বিন্নি উৎপাদনী কৌশলসমূহো ভাৰতত স্থানীয়ভাৱে বিকশিত হোৱা নাই। অৰ্থাৎ আন্তৰ্জাতিক 'পেটেণ্ট টেক্‌ন'লজী'ত আমাৰ দেশৰ অৱিহণা ১শতাংশতকৈও কম। আনকি ভাৰতে নিম, তিতাকেৰেলা বা জামুৰ পেটেণ্টৰ স্বত্বাধিকাৰো হেৰুৱালগীয়া হৈছে। ভাৰতীয় মানুহৰ প্ৰতিভা যে আছে তাত সন্দেহ নাই, কিন্তু সেই প্ৰতিভা বিকশিত হয় বিদেশতহে।

কি কাৰণত ভাৰতবৰ্ষই তেনে পৰিবেশ সৃষ্টি কৰিব পৰা নাই, সেইটো চিন্তনীয় বিষয়। ৰবীন্দ্ৰনাথ ঠাকুৰ, ছাৰ চি. ভি. ৰমনৰ বাহিৰে হৰগোবিন্দ খোৰানা, চন্দ্ৰশেখৰ বা অমৰ্ত্য সেনে বিদেশক কৰ্মস্থল হিচাপে লৈ বিশ্বত ভাৰতীয় প্ৰতিভাৰ অৱস্থিতি প্ৰমাণ কৰিলে। সেয়েহে প্ৰশ্ন কৰিব পাৰি, বৰ্তমান ভাৰতবৰ্ষৰ উচ্চশিক্ষাক উৎকৃষ্ট শিক্ষা (Quality Education) হিচাপে গ্ৰহণ কৰিব পাৰিনে? ইয়াৰ সমাধান যথেষ্ট জটিল। সেয়েহে উচ্চশিক্ষাৰ গুণগত মান, উৎকৃষ্টতা আৰু প্ৰাসঙ্গিকতাৰ পৰ্যালোচনা কৰাৰ প্ৰয়োজন। বিশ্ববিখ্যাত শিক্ষাবিদ লৰ্ড এছবিয়ে ভাৰতীয় শিক্ষাপদ্ধতিৰ পৰ্যালোচনা কৰি কৈছিল যে লণ্ডন বিশ্ববিদালয়ৰ 'এক্সটাৰ্ণেল ৰেজিছট্ৰেশ্যন পদ্ধতি'ৰ সলনি অক্সফোৰ্ড বা কেম্ব্ৰিজ বিশ্ববিদ্যালয়ৰ শিক্ষাৰ আধাৰত ভাৰতীয় শিক্ষাপদ্ধতিৰ ভেঁটি গঢ়িব লাগিছিল। সেই কাৰণে তেখেতে মন্তব্য দিছিল —'At Independence, the Indians inherited, in their university a massive invalid, unable to respond to any kind of simple treatment' আজি ভাৰতবৰ্ষত কেইখন শিক্ষানুষ্ঠান পোৱা যাব, য'ত মন-প্ৰাণ আলোড়িত কৰি মৌলিক জ্ঞান-সাধনাৰে মানুহ গঢ়াৰ শিক্ষা দিব পাৰে।

## বিদেশত শিক্ষা ব্যৱস্থা

বিদেশত শিক্ষানুষ্ঠানবোৰৰ মূল্যায়ন বাধ্যতামূলক। বহুজাতিক প্ৰতিষ্ঠানসমূহে বা প্ৰাইভেট এজেন্সীবোৰে আৰ্থিক সাহায্য আগবঢ়াওঁতে শিক্ষানুষ্ঠানবোৰৰ 'ৰেংকিং' বা গুণগত মানৰ ওপৰতহে গুৰুত্ব দিয়ে বা 'কেম্পাচ ইণ্টাৰভিউ' পাতে। গতিকে কৃতিত্ব নিৰ্ণয় বা নিৰ্ধাৰণ কৰিবলৈ বাধ্য। ইংলেণ্ডত কোৱালিটী এজেন্সীৰ (QAA) দ্বাৰা মূল্যায়ন বাধ্যতামূলক। আমেৰিকাত এনেকুৱা এজেন্সীৰ দ্বাৰা মূল্যায়নৰ চিন্তা-চৰ্চা চলি আছে যদিও তাৰ শিক্ষানুষ্ঠানবোৰে স্বকীয়ভাৱে কৃতিত্ব নিৰ্ণয় কৰাটো নিয়মত পৰিণত হৈছে। জন হপ্‌কিনচ, হাৰ্ভাড, ষ্টেণ্ডফৰ্ড বা চিকাগো বিশ্ববিদ্যালয়ৰ নিজাববীয়া শিক্ষানুষ্ঠানবোৰৰ মূল্যায়ন আৰু কৃতিত্ব নিৰ্ণয় 'পাৰফমেনছ বেছ্‌দ ফাণ্ডিং এনভেলপ' (Performance

Based Funding Envelope) দ্বাৰা কৰোৱা হয়। এলবাৰ্টা বিশ্ববিদ্যালয়ৰ (কানাডাৰ সৰ্ববৃহৎ শিক্ষানুষ্ঠান) মূল্যায়নৰ সময়ত অৰ্থাৎ ১৯৯৭ চনত আন্তঃৰাষ্ট্ৰীয় আলোচনাচক্ৰত যোগদান কৰিবলৈ গৈ ময়ো তাতে আছিলো। US News and World Report (চেপ্তেম্বৰ, ১৯৯৫) ত আমেৰিকাৰ বিশ্ববিদ্যালয় আৰু মহাবিদ্যালয়ৰ ভিতৰত ২৫ খন সৰ্বোৎকৃষ্ট মহাবিদ্যালয় আৰু ১২৯ খনৰ ভিতৰত ২৫ খন সৰ্বোৎকৃষ্ট বিশ্ববিদ্যালয়ৰ মান ক্ৰম অনুসৰি সন্নিবিষ্ট কৰা হৈছিল। সেই তালিকাৰ প্ৰথমখন মহাবিদ্যালয় হৈছে মাছাচুচেটৰ 'আমহাৰ্ষ্ট কলেজ' আৰু প্ৰথমখন বিশ্ববিদ্যালয়—'হাৰ্ভাৰ্ড বিশ্ববিদ্যালয়'। 'বাৰ্কলি কেম্পাচ'ক উৎকৰ্ষ সাধনাৰ শ্ৰেষ্ঠতম কেন্দ্ৰ হিচাপে স্বীকৃতি দিছে, য'ত ১৭ জন নোবেল পুৰস্কাৰ বিজেতা আৰু ভালেসংখ্যক বিশ্বৰ অতি মেধাবী আৰু প্ৰভাৱশালী শিক্ষকে অধ্যাপনা কৰে। যিসকলে উৎকৃষ্টতাৰ সাধনাক জীৱনৰ ব্ৰত হিচাপে গ্ৰহণ কৰিছে, যিসকলৰ ছত্ৰছায়াঁত ছাত্ৰ-ছাত্ৰী, গৱেষকসকলে নিজ নিজ প্ৰতিভা বিকাশৰ বাবে এক সুন্দৰ পৰিবেশ লাভ কৰে আৰু জ্ঞান-সাধনাক প্ৰজ্ঞাৰ সাধনালৈ ৰূপান্তৰিত কৰিবলৈ অনুপ্ৰেৰণা লাভ কৰে। আন্তঃৰাষ্ট্ৰীয় স্তৰত ১৯৯১ চনত উচ্চশিক্ষাৰ কৃতিত্ব নিৰ্ণয় আৰু মূল্যায়নৰ বাবে 'ইণ্টাৰনেশ্যনেল নেটৱৰ্ক

ভাৰতীয় মানুহৰ প্ৰতিভা যে আছে তাত সন্দেহ নাই, কিন্তু সেই প্ৰতিভা বিকশিত হয় বিদেশতহে। কি কাৰণত ভাৰতবৰ্ষই সেই পৰিবেশ সৃষ্টি কৰিব পৰা নাই, সেইটো চিন্তনীয়। ৰবি ঠাকুৰ, ছাৰ চি. ভি. ৰমনৰ বাহিৰে হৰগোবিন্দ খোৰানা, চন্দ্ৰশেখৰ বা অমৰ্ত্য সেনে বিদেশক কৰ্মস্থল হিচাপে লৈ বিশ্বত ভাৰতীয় প্ৰতিভাৰ অৱস্থিতি প্ৰমাণ কৰিলে। সেয়েহে প্ৰশ্ন কৰিব পাৰি, বৰ্তমান ভাৰতবৰ্ষৰ উচ্চশিক্ষাক উৎকৃষ্ট শিক্ষা (Quality Education) হিচাপে গ্ৰহণ কৰিব পাৰিনে?

অব্ কোৱালিটী এচুৰেন্স এজেন্সিজ ইন হায়াৰ এডুকেশ্যন (INQAAHE) নামেৰে এটি সংস্থা গঠিত হয়। বৰ্তমান বিশ্বৰ ৮০ টা সংস্থা ইয়াৰ পূৰ্ণ সদস্য আৰু ৪৫ টা সহকাৰী সদস্য। চিলি দেশৰ মিচ মেৰিয়া জছি লেমেট্ৰি (Ms Maria Jase Lemaitre) এই সংস্থাৰ সভানেত্ৰী। তেখেতে কৈছে যে — In the changing global scenario, quality assesment and assurance became all more important and that is where INQAAHE will pay a vital role. ভাৰতৰ 'নাক' সংস্থা ইয়াৰ প্ৰতিষ্ঠাপক সদস্য। বিগত বছৰৰ মাৰ্চ মাহত বাংগালোৰত এই সংস্থাই আন্তঃৰাষ্ট্ৰীয় পৰ্যায়ৰ এখন আলোচনাচক্ৰ আয়োজন কৰিছিল। আলোচনাচক্ৰত উচ্চশিক্ষাৰ মূল্যায়নৰ মাপকাঠি নিৰ্ধাৰণৰ দিশত আলোচনা হৈছিল। উৎকৃষ্ট শিক্ষাদান ব্যৱস্থা, উপযুক্ত অৰ্হতাসম্পন্ন শিক্ষক, শিক্ষাকেন্দ্ৰৰ উৎকৃষ্টতাৰ বাবে অপৰিহাৰ্য। এই প্ৰবন্ধৰ লিখকো আলোচনাচক্ৰলৈ আমন্ত্ৰিত হৈছিল।

## ভাৰতৰ নৱমূল্যায়ন সংস্থা ঃ 'নাক'

১৯৯৪ চনত বিশ্ববিদ্যালয় অনুদান আয়োগৰ সৌজন্যত The National Assesment and Accreditation Council-(NAAC- নাক) নামৰ এই সংস্থাটো বাংগালোৰত গঠিত হয়। ইয়াৰ মুখ্য উদ্দেশ্য ভাৰতৰ উচ্চশিক্ষাৰ মূল্যায়ন আৰু কৃতিত্ব নিৰ্ণয় কৰা। নাকৰ উপ-উপদেষ্টা শ্ৰী এণ্টনী ষ্টেলাই কৈছে—

> "The NPE of 1986 was greatly influenced by the constitutional Amendment of 1976, which brought education into the Concurrent List so that the federal government can have a meaningful role to ensure quality of education."

ভাৰত চৰকাৰৰ মানৱ সম্পদ বিকাশ দপ্তৰে বিশ্ববিদ্যালয় অনুদান আয়োগ (UGC) আৰু নাক (NAAC) ৰ মাজত এটা ৰৈখিক সম্পৰ্ক ঠিৰাং কৰি দিছে— গ্ৰেড আৰু অনুদানৰ; অৰ্থাৎ গ্ৰেডৰ বৃদ্ধি অনুসৰি

বিশ্ববিদ্যালয় অনুদান আয়োগৰ অনুদান বৃদ্ধি। গ্ৰেড যিমান ভাল পাব অনুদান সিমান বাঢ়িব।

এখন শিক্ষানুষ্ঠানে এই মূল্যায়নৰ বাবে প্ৰয়োজনীয় নথিপত্ৰ আৰু মাচুলসহ আবেদন কৰিব লাগিব। নাকে বিবেচনা কৰি মূল্যায়নৰ পৰ্যায়লৈ অহা শিক্ষানুষ্ঠানখনক পৰ্যালোচনাৰ বাবে সন্মতি প্ৰদান কৰাৰ পিছত আন্তঃৰাষ্ট্ৰীয় স্বীকৃতি বিধিতত্ত্বৰে মূল্যায়নৰ ব্যৱস্থা কৰে।

## স্বীকৃতি বিধিতত্ত্ব

ক. স্ব-অধ্যয়ন প্ৰতিবেদন (Self-Study Report)

খ. মূল্যাঙ্কন (Peer Review)

ক. স্ব-অধ্যয়ন প্ৰতিবেদন ঃ নাক আৰম্ভ হোৱাৰ প্ৰথম দুবছৰত মূল্যায়নৰ বাবে দহটা স্থিৰাঙ্ক ধৰি লোৱা হৈছিল। পিছলৈ সংশোধন কৰি সাতটা স্থিৰাঙ্ক (parameter) ঠিক কৰি লোৱা হয়।

১. কাৰিকুলাম সম্পৰ্কীয় ঃ অনুষ্ঠান এখনৰ লক্ষ্য আৰু উদ্দেশ্য সন্মুখত ৰাখি বিদ্যায়তনিক দিশত সেই অনুষ্ঠানখনে কেনেকৈ আগবাঢ়ি কাৰিকুলাম সম্পৰ্কীয় কামবোৰ যোগ্যতাৰে সমাধা কৰে, তাৰ ওপৰত পৰ্যালোচনা কৰা হয়। মাহেকে-পষেকে কাৰ্যসূচীবোৰৰ পৰিচালনাত মহাবিদ্যালয়ে কেনেকুৱা ভূমিকা গ্ৰহণ কৰে, তাৰ ওপৰতো গুৰুত্ব দিয়া হয়। এই শিতানত মহাবিদ্যালয়ৰ বাবে নম্বৰ ধৰা হৈছে ১০ শতাংশ।

২. শিক্ষাদান, শিক্ষাগ্ৰহণ আৰু মূল্যায়ন পদ্ধতি ঃ শিক্ষানুষ্ঠানত ছাত্ৰ-ছাত্ৰীৰ নামভৰ্তিৰ প্ৰক্ৰিয়া কেনেকুৱা? অৰ্থাৎ নিৰ্দিষ্ট নম্বৰসীমা (Cut of mark) ধৰা হৈছেনে নাই। অনুষ্ঠানবোৰ শিক্ষাদান নে শিক্ষাগ্ৰহণ কেন্দ্ৰ। শিক্ষণ পদ্ধতিত অত্যাধুনিক সা-সৰঞ্জামবোৰ যেনে— অভাৰহেড বা শ্লাইড প্ৰজেক্টৰ কম্পিউটাৰ, কনফাৰেন্সিং পদ্ধতি আদি ব্যৱহাৰ কৰা হৈছেনে নাই। মূল্যায়ন পদ্ধতিবোৰ কেনেকুৱা— নিয়মীয়া মূল্যায়ন, প্ৰশ্নবেঙ্ক, মুক্ত পৰীক্ষা ব্যৱস্থা, গৱেষণামুখী শিক্ষণ আৰু আহৰণ পদ্ধতিৰ ব্যৱস্থা আছেনে নাই।

শিক্ষক নিযুক্তিৰ প্ৰক্ৰিয়া কেনেকুৱা। উপযুক্ত মেধাৱী ব্যক্তিক নিযুক্তিৰ সময়ত প্ৰাধান্য দিয়া হয়নে?

—ইত্যাদি দিশ সমূহৰ এই শিতানটো 'নাকে' আটাইতকৈ বেছি গুৰুত্ব সহকাৰে বিবেচনা কৰে। সেয়েহে এই শিতানত নম্বৰো সৰহ— ৪০ শতাংশ।

৩. গৱেষণা, পৰামৰ্শ আৰু সম্প্ৰসাৰণ : এই স্থিৰাঙ্কত মহাবিদ্যালয় খনৰ গৱেষণা সংস্কৃতিৰ পৰ্যালোচনা কৰা হয়, বিদ্যায়তনিক, পৰামৰ্শ আৰু প্ৰকাশন কমিটি আছেনে নাই। যদি আছে, ছাত্ৰ-ছাত্ৰীৰ মাজত এইবোৰৰ প্ৰভাৱ কেনে? সমাজ বা জনসাধাৰণৰ কাৰণে কিহৰণেৰে শিক্ষানুষ্ঠানখনে অৰিহণা আগবঢ়াইছে। সম্পদ আহৰণৰ ক্ষেত্ৰত কেনেকুৱা সম্প্ৰসাৰণ প্ৰক্ৰিয়া গ্ৰহণ কৰা হয়, ইত্যাদি। এই স্থিৰাঙ্কত নম্বৰ ধৰা হৈছে ৫ শতাংশ।

৪. বুনিয়াদী সুবিধা আৰু শিক্ষণ সম্পদ : এখন মহাবিদ্যালয়ৰ বিভিন্ন বিভাগত ছাত্ৰ-ছাত্ৰীৰ বাবে থকা নিম্নতম সা-সুবিধাবোৰৰ মান কেনেকুৱা। শ্ৰেণীকোঠা, আলোচনাকক্ষ, বিজ্ঞানাগাৰ আদি কিমান আধুনিক বা বিজ্ঞানসন্মত? শিক্ষানুষ্ঠান এখনৰ প্ৰধান আকৰ্ষণীয় কেন্দ্ৰটো হৈছে গ্ৰন্থাগাৰটো। গ্ৰন্থাগাৰটো কিমান অত্যাধুনিক, গ্ৰন্থাগাৰৰ শৈক্ষিক পৰিৱেশ কেনেকুৱা, এইবোৰ দিশত অধিক গুৰুত্ব দিয়ে। আমাৰ ভাৰতবৰ্ষৰ সম্ভৱ প্ৰথম ডিজিটেল লাইব্ৰেৰীটো হৈছে— ইণ্ডিয়ান ইন্সটিটিউট অব্ ছাইন্স (IISc) লাইব্ৰেৰীটো। ইয়াৰ উপৰি খেলা-ধূলা, যোগ আৰু ব্যায়াম ক্লাব, হোটেল বা কেণ্টিন আদি কিমান উন্নত এইবোৰ দিশো লক্ষ্য কৰে। এই শিতানত নম্বৰ ১৫ শতাংশ।

৫. ছাত্ৰ-ছাত্ৰীৰ সহযোগ আৰু অগ্ৰগতি : ছাত্ৰ-ছাত্ৰীৰ উত্তীৰ্ণৰ হাৰ, স্বনিয়োজনৰ হাৰ বা উচ্চশিক্ষাৰ বাবে বিভিন্ন উন্নতমানৰ শিক্ষানুষ্ঠান বা শিল্প উদ্যোগত সেই মহাবিদ্যালয়ৰ ছাত্ৰ-ছাত্ৰীৰ অন্তৰ্ভুক্তিৰ হাৰ এখন মহাবিদ্যালয়ৰ কৃতিত্ব নিৰ্ণয়ৰ অত্যন্ত গুৰুত্বপূৰ্ণ স্থিৰাঙ্ক। প্ৰাক্তন ছাত্ৰ-ছাত্ৰী, পিতৃ-মাতৃ বা অভিভাৱক

তথা প্ৰাক্তন শিক্ষক-শিক্ষয়িত্ৰীসকলৰ সমাজখনলৈ অৰিহণা কিমান সিয়ো অন্যতম গুৰুত্বপূৰ্ণ দিশ। বন্ধুৰ ভিতৰত বা শেষান্ত পৰীক্ষাৰ পিছত ছাত্ৰ-ছাত্ৰীৰ ভৱিষ্যৎ অধ্যয়ন নিয়োগৰ পৰিকল্পনাৰ (Carrer Counselling a Job Placement)ক্ষেত্ৰত শিক্ষানুষ্ঠানৰ ভূমিকা কেনেকুৱা ইত্যাদিৰ ওপৰতো মূল্যাংকণ কৰা হয়। এই স্থিৰাঙ্কত নম্বৰ ১০ শতাংশ।

৬. সংগঠিতকৰণ আৰু পৰিচালনা ঃ শিক্ষানুষ্ঠানবোৰ একোটাইত মানৱীয় তন্ত্ৰ। ছাত্ৰ-ছাত্ৰী, শিক্ষক-শিক্ষয়িত্ৰী, কৰ্মচাৰী অভিভাৱক, পৰিচালনা সমিতি— এই আটাইবোৰৰ এটা সন্মিলিত প্ৰক্ৰিয়া। সেয়েহে শিক্ষানুষ্ঠানত সংগঠিতকৰণ আৰু পৰিচালনাৰ দিশটোও অন্যতম গুৰুত্বপূৰ্ণ। অধ্যক্ষজন আৰু পৰিচালনা সমিতিৰ দক্ষতা আৰু কাৰ্যক্ষমতাই মহাবিদ্যালয়খনৰ শৈক্ষিক বাতাবৰণ ৰক্ষাত আৰু জ্ঞানসাধনাক 'আধ্যাত্মিক' স্তৰলৈ উন্নীত কৰাত কেনেকুৱা পদক্ষেপ অনুকৰণ কৰিছে— 'নাকে' তাৰ পৰ্যালোচনা কৰে। শিক্ষানুষ্ঠানৰ পৰিচালনা পদ্ধতি, আৰ্থিক বিনিয়োগ, বছৰেকীয়া বাজেট প্ৰস্তুতি আদিবোৰ কিমান নিখুঁট আৰু উন্নত তাৰ মূল্যায়নৰ বাবে নম্বৰ আছে —১০ শতাংশ।

৭. সুস্থ অনুশীলন ঃ শিক্ষানুষ্ঠান এখন কেৱল শিক্ষা প্ৰদান আৰু পৰীক্ষা লোৱা কেন্দ্ৰই নহয়— ই এখন সামাজিক অনুষ্ঠানো। সমাজৰ লগত সম্পৰ্ক, সমাজৰ সৰ্বাঙ্গীণ উন্নতিত শিক্ষানুষ্ঠানখনৰ ভূমিকা বা অৰিহণা, ছাত্ৰ-ছাত্ৰীৰ ভৱিষ্যৎ কাৰ্যপন্থা নিৰ্ধাৰণত দেখুওৱা দায়বদ্ধতা— এই আটাইবোৰ দিশ সামৰি লোৱা স্থিৰাঙ্কত নম্বৰ ৰখা হৈছে ১০ শতাংশ।

খ. মূল্যাঙ্কন (Peer Review) ঃ 'নাকে' এখন শিক্ষানুষ্ঠানৰ পৰা 'স্ব-অধ্যয়ন প্ৰতিবেদন' পোৱাৰ পিছত, মূল্যায়নৰ বাবে এখন কমিটি গঠন কৰি দিয়ে। এই কমিটিখনক মূল্যাঙ্কনৰ প্ৰস্তুতি চলে— সেইখন ৰাজ্য বাদ দি ভাৰতৰ কেইজনমান দক্ষ শিক্ষাবিদ আৰু নাকৰ দুজনমান সদস্যৰে গঠিত হয় এই কমিটি। এই কমিটিয়ে 'স্ব-অধ্যয়ন প্ৰতিবেদন'খনক

আধাৰ হিচাপে লৈ মূল্যায়ন প্ৰক্ৰিয়া আৰম্ভ কৰিবলৈ নিৰ্দিষ্ট অনুষ্ঠানলৈ আহে। অনুষ্ঠানখনে প্ৰতিবেদনত উল্লেখ কৰা সকলো তথ্য পুঙ্খানুপুঙ্খৰূপে অধ্যয়ন আৰু পৰ্যালোচনা কৰি সঠিক মূল্যাঙ্কনৰ বাবে অনুষ্ঠানখনৰ পৰিচালনা সমিতিৰ সদস্যসকল, অধ্যক্ষ, শিক্ষক গোট, কৰ্মচাৰীবৃন্দ, প্ৰাক্তন আৰু বৰ্তমানৰ ছাত্ৰ-ছাত্ৰীসকল, পিতৃ-মাতৃ তথা অভিভাৱক, সমাজৰ শিক্ষাবিদ বা অন্য ব্যক্তিৰ লগত প্ৰশ্ন-উত্তৰৰ ভিত্তিত পাৰস্পৰিক আলোচনা আৰম্ভ কৰে, আৰু কৃতিত্ব প্ৰদানৰ বাবে গ্ৰেড নিৰ্ণয় কৰে—

'নাক'ৰ গ্ৰেড নিৰ্ণয়ৰ পদ্ধতি এনেধৰণৰ :—

| | | |
|---|---|---|
| A ***** | = | ৭৫ আৰু ততোধিক শতাংশ। |
| A **** | = | ৭০-৭৫ শতাংশ। |
| A *** | = | ৬৫-৭০ শতাংশ। |
| A ** | = | ৬০-৬৫ শতাংশ। |
| A * | = | ৫৫-৬০ শতাংশ। |

কিন্তু ২০০২ চনৰ এপ্ৰিল মাহৰ পৰা নাকে 'ষ্টাৰ' মানৰ পৰিবৰ্তে 'গ্ৰেড' পদ্ধতিৰ সহায়েৰে মূল্যাঙ্কন কৰাৰ সিদ্ধান্ত গ্ৰহণ কৰিছে—

| নম্বৰ | | গ্ৰেড |
|---|---|---|
| ৯৫-১০০ | = | A++ |
| ৯০-৯৫ | = | A+ |
| ৮৫-৯০ | = | A |
| ৮০-৮৫ | = | B++ |
| ৭৫-৮০ | = | B+ |
| ৭০-৭৫ | = | B |
| ৬৫-৭০ | = | C++ |
| ৬০-৬৫ | = | C+ |
| ৫৫-৬০ | = | C |
| < -৫৫ | = | মূল্যায়ন নহয়। |

নিম্নলিখিত সূত্ৰৰ দ্বাৰা মূল্যায়নৰ মান নিৰ্ণয় কৰা হয়। :—

$$\frac{\sum C_i W_i}{\sum W_i}$$, য'ত $W_i = i$ ভাগৰ মূল্যমান

$C_i = i$ ভাগৰ মূল্যমান

... এখন শিক্ষানুষ্ঠানে যদি ৫৫% তকৈ কম নম্বৰ পায়, সেইখনক গ্ৰেড প্ৰাপ্তিৰ বাবে উপযুক্ত বুলি বিবেচনা কৰা নহয় আৰু সেই অনুষ্ঠানে আসোঁৱাহবোৰ দূৰ কৰি পুনৰ মূল্যাংকনৰ বাবে নাকলৈ আবেদন জনাব লাগিব। নাকৰ তেতিয়াৰ চেয়াৰমেন এ. জ্ঞানমে ২০০১ চনৰ এপ্ৰিল মাহত কৈছিল— 'The gradiation will reveal the overall quality of physical, financial and human inputs and the institutional output.' কাৰণ গুণগত মান কেতিয়াও আকস্মিকভাৱে প্ৰাপ্ত হ'ব নোৱাৰে—তাৰ বাবে প্ৰয়োজন হয় উচ্চাকাংক্ষা, নিৰন্তৰ প্ৰচেষ্টা আৰু কৌশলী সম্পাদনা। ২০০১ চনৰ এপ্ৰিল মাহত প্ৰাপ্ত বাতৰি মতে, নাকে ইতিমধ্যে ১১৮ খন শিক্ষানুষ্ঠানৰ মূল্যাংকন সম্পূৰ্ণ কৰিছে, তাৰে ১০ খন বিশ্ববিদ্যালয় আৰু ১০৮ খন মহাবিদ্যালয়। SNDT বিশ্ববিদ্যালয়ে (মহাৰাষ্ট্ৰৰ) সৰ্বোচ্চ স্থান পাইছে। নিয়মীয়া পাঠ্যক্ৰমৰ উপৰি ই-কমাৰ্চ, ই-লাৰ্ণিং, জুয়েলাৰী ডিজাইন টেক্‌ন'লজি আদি নতুন নতুন বিষয় সাঙুৰি মুঠ ৭৫ টা বিভাগেৰে সুসজ্জিত এই বিশ্ববিদ্যালয়।

## চৰকাৰৰ ভূমিকা

নাকৰ দ্বাৰা মূল্যাংকনৰ প্ৰসঙ্গত অসম চৰকাৰৰ কোনো ভূমিকা পৰিলক্ষিত হোৱা নাই। অন্যহাতেদি বিগত ২০ বছৰ ধৰি উচ্চশিক্ষাৰ অনুষ্ঠানবোৰলৈ অসম চৰকাৰে কোনো অনুদান আগবঢ়াব পৰা নাই। এতিয়া আকৌ মহাবিদ্যালয়ৰ শিক্ষক-কৰ্মচাৰীলৈ দৰমহাৰ অংশটোকে আগবঢ়াব নোৱাৰা অৱস্থা। এনে ক্ষেত্ৰত মহাবিদ্যালয়বোৰে বিশ্ববিদ্যালয় অনুদান আয়োগৰ পৰাও (UGC) অনুদান হেৰুৱাব লগা হ'লে সৰ্বনাশ

হ'ব। কাৰণ 'নাক'ৰ গ্ৰেডৰ ভিত্তিতহে ইউ. জি. চি.য়ে অনুদান দিব। শিক্ষানুষ্ঠানবোৰত শৈক্ষিক বাতাবৰণ সৃষ্টি কৰাৰ দিশতো চৰকাৰৰ ভূমিকা হতাশজনক।

নাকৰ দ্বাৰা অসমৰ মহাবিদ্যালয়সমূহৰ মূল্যায়ন কৰি কৃতিত্ব নিৰ্ণয় কৰোতে নিম্নলিখিত দিশকেইটা পোহৰলৈ আহিব পাৰে—

১. ঘাটিমঞ্জুৰী পোৱা প্ৰায় ১০০ ৰো অধিক মহাবিদ্যালয়ত স্থায়ী অধ্যক্ষ নাই; ভাৰপ্ৰাপ্ত অধ্যক্ষক ইউ জি চিয়ে স্বীকৃতি নিদিয়ে।
২. ১০+২+৩ গাঁথনি মতে +২ স্তৰ অৰ্থাৎ হায়াৰ ছেকেণ্ডাৰী স্তৰ মহাবিদ্যালয়ত থাকিব নোৱাৰে, কিন্তু অসমৰ বেছিভাগ মহাবিদ্যালয়তে হায়াৰ ছেকেণ্ডাৰী স্তৰ আছে।
৩. ইউ জি চি আৰু ডি এইচ ইৰ চাৰ্কুলাৰ থকা স্বত্বেও অসমৰ কিমান মহাবিদ্যালয়ত শিক্ষক-শিক্ষয়িত্ৰীসকল ৫ ঘণ্টা থকাটো বাধ্যতামূলক কৰা হৈছে সেয়া সন্দেহজনক। আকৌ পৰীক্ষাৰ সময়ত প্ৰায় ২/৩ মাহ শিক্ষক-শিক্ষয়িত্ৰীসকল মহাবিদ্যালয়লৈ নিতৌ অহাটো নিয়ম নে মাহেকত এবাৰ আহিলেও হয়। — এই দিশকেইটা গুৰুত্বপূৰ্ণ, কাৰণ মহাবিদ্যালয়ৰ শিক্ষক-শিক্ষয়িত্ৰীসকলে— গৰম বন্ধ আৰু পূজাৰ বন্ধ —এই দুই দীঘলীয়া বন্ধ উপভোগ কৰেই।

নাকৰ গ্ৰেড অনুসৰি ইউ জি চিৰ অনুদান প্ৰদানে উচ্চশিক্ষাৰ প্ৰতিষ্ঠানসমূহক নিশ্চয় অনুপ্ৰাণিত কৰিব প্ৰয়োজনীয় পদক্ষেপ ল'বলৈ। অনতিপলমে কম্পিউটাৰ শিক্ষাৰে সাক্ষৰ হ'লে ভাল হয় (যিসকল এতিয়াও হোৱা নাই)।

আমাৰ উত্তৰ-পূৰ্বাঞ্চলত এতিয়ালৈকে কেৱল 'ছেণ্ট এন্থনী' কলেজে পঞ্চতাৰকা (অৰ্থাৎ A grade) লাভ কৰিছে। অথচ অসমৰ ঐতিহ্যমণ্ডিত বিশ্ববিদ্যালয় য'ত পণ্ডিতপ্ৰবৰ কৃষ্ণকান্ত সন্দিকৈকে ধৰি আন্তঃৰাষ্ট্ৰীয় খ্যাতিসম্পন্ন বিজ্ঞানী, সাহিত্যিক আৰু দক্ষ শিক্ষকৰ সমাৱেশ ঘটিছে— সেই গুৱাহাটী বিশ্ববিদ্যালয়ে চাৰিটা তাৰকাহে (অৰ্থাৎ B grade) লাভ কৰিছে; আৰু ডিব্ৰুগড় বিশ্ববিদ্যালয়ে চাৰি তাৰকা প্ৰাপ্তি

বৰ সহজভাৱে ল'ব পৰা নাই। অৱশ্যে নৱনিযুক্ত উপাচাৰ্য মহোদয়ে গুৱাহাটী বিশ্ববিদ্যালয়ক পঞ্চতাৰকাৰ পৰ্যায়লৈ উন্নীতকৰণৰ বাবে লোৱা প্ৰচেষ্টা প্ৰশংসনীয়। এই বিশ্ববিদ্যালয়ত ৩৭ টা বিভাগ আছে। নাকে মূল্যায়ন কৰা প্ৰায়বোৰ মহাবিদ্যালয় আৰু বিশ্ববিদ্যালয় চোৱাৰ সৌভাগ্য আমাৰ হৈছে। ১৯৬৪ চনত স্থাপিত আৰু ১৯৭১ চনৰ পৰা ডিগ্ৰী প্ৰদান কৰিবলৈ আৰম্ভ কৰা দেৱী অহল্যা বিশ্ববিদ্যালয়ত বৰ্তমান ৭৫ টা বিভাগ আছে। এই বিশ্ববিদ্যালয়ৰ প্ৰাক্তন উপাচাৰ্য শ্ৰী মহেন্দ্ৰ চৌধে লিখিছে—
"The University became best known for pioneering concept of self-financing programme for university development. The philosophy and practice was later adopted by the government, UGC and other Universities."

গুৱাহাটী বিশ্ববিদ্যালয়ৰ জন্মলগ্নত গোপীনাথ বৰদলৈদেৱে লিখিছিল— "আমাৰ বিশ্ববিদ্যালয়খন মাথোন শিক্ষানুষ্ঠান অন্তৰ্ভুক্ত কৰি পৰিচালনা কৰা বিধৰ নহ'ব। তাত গুৰু-শিষ্য আৰু পণ্ডিত-নৱদীক্ষিতৰ মাজত সঘন সম্পৰ্ক থাকিব। আমাৰ বিশ্ববিদ্যালয় আমাৰ জীৱনৰ পৰা বিচ্ছিন্ন হৈ গঢ়ি উঠা বস্তু এটা নহ'ব, মই আশাকৰোঁ, ই আমাৰ জীৱনৰ সৰ্বোচ্চ আদৰ্শ আৰু আকাংক্ষাক ৰূপায়িত কৰিব।" —নাকেও শিক্ষানুষ্ঠানবোৰৰ এনে এটা পৰিবেশকহে গুৰুত্ব দিছে।

---

# মহাবিদ্যালয়ৰ শিক্ষা আৰু অসম

*বাজক ডবা, বাজক শংখ, বাজক মৃদং-খোল।*
*অসম আকৌ উন্নতি পথত জয় আই অসম বোল।।*
—লক্ষ্মীনাথ বেজবৰুৱা

উচ্চশিক্ষাত সাধাৰণতে মহাবিদ্যালয় আৰু বিশ্ববিদ্যালয়ৰ শিক্ষাকে ধৰা হয়; অৰ্থাৎ স্নাতক আৰু তাৰ ওপৰ পৰ্যায়ৰ শিক্ষাক বুজায়। এই একৈশ শতিকাত গোলকীকৰণ আৰু মুক্ত বজাৰ অৰ্থনীতিৰ পৰিপ্ৰেক্ষিতত উচ্চশিক্ষাৰ



দৰ্শন, ব্যৱহাৰিক দিশৰ মৰ্যাদা আদি সলনি হৈছে।

আজিৰ যি বিশ্ববিদ্যালয় পদ্ধতিৰ ধাৰণা, এইয়া ইউৰোপত নৱম শতিকাত আৰম্ভ হয় 'চেলাৰাম বিশ্ববিদ্যালয়'ৰ মাধ্যমেদি আৰু প্ৰসাৰ ঘটে এঘাৰ শতিকাত ব'ল'গনা বিশ্ববিদ্যালয়ৰ জৰিয়তে। দ্বাদশ শতিকাত স্থাপিত পেৰিচ আৰু অক্সফ'ৰ্ড বিশ্ববিদ্যালয়ে সমগ্ৰ ইউৰোপত উচ্চশিক্ষাৰ পৰিবেশ সৃষ্টি কৰিলে আৰু তেতিয়াৰপৰা শিক্ষণমুখী শিক্ষানুষ্ঠান গঢ় লৈ উঠে। জাৰ্মান চিন্তাবিদ তথা শিক্ষাবিদ উইলিয়াম ভন্ হাম্বলট-এ শিক্ষণৰ লগত 'গৱেষণা'ৰ পৃষ্ঠপোষকতা কৰিছিল। সেইমৰ্মে ১৮১০ চনত আনুষ্ঠানিকভাৱে বাৰ্লিন বিশ্ববিদ্যালয় স্থাপিত হয় আৰু শিক্ষাৰ লগত গৱেষণাক বিশ্বদ্যিালয়ৰ অংগ হিচাপে সন্নিবিষ্ট কৰে। লগে লগে ইয়াৰ সুৰভি আমেৰিকালৈ বিয়পে। ফলত জ'ন হ'পকিন্স, ষ্টেণ্ডফৰ্ড বা বাৰ্কনি আদি বিশ্ববিদ্যালয় গঢ় লৈ উঠে।

কুৰি শতিকাৰ আগভাগত ইউৰোপ আৰু আমেৰিকাৰ উচ্চশিক্ষাৰ ক্ষেত্ৰত এটি নতুন জাগৰণ আৰম্ভ হ'ল; অৰ্থাৎ যি উচ্চশিক্ষাৰ জ্ঞান সৰ্বসাধাৰণৰ মজিয়ালৈ নামি আহিল। সাৰ্বজনীন হ'ল উচ্চশিক্ষা। অক্সফ'ৰ্ডৰ ৰাস্কিন কলেজেই সৰ্বপ্ৰথমে এই প্ৰত্যাহ্বান জনালে। ১৯৯১ চনত "Instituitional Development of Higher Education" শীৰ্ষক এখন আন্তৰ্জাতিক শিক্ষা সন্মিলনত ইউনেস্কৰ সঞ্চালক 'জেনেৰেল ফ্ৰেড্ৰিক' মেয়ৰে আহ্বান জনালে যে উচ্চশিক্ষা 'সমাজ-সেৱাকেন্দ্ৰিক' হ'ব লাগে।

## ভাৰতবৰ্ষৰ পৰিদৃশ্য

ইংৰাজসকলৰ শাসন কালত ভাৰতবৰ্ষত যদিও পাশ্চাত্য শিক্ষাৰ আৰম্ভ হৈছিল, তথাপিও ই আছিল কেৱল ঔপনিৱেশিক শিক্ষা-ব্যৱস্থা। উদ্দেশ্য আছিল কিছুমান প্ৰশাসনিক বিষয়া আৰু কেৰাণীৰ সৃষ্টি কৰা। আধুনিক বিশ্ববিদ্যালয়ৰ "বৃটিছ মডেলে" ভাৰতবৰ্ষৰ সমাজখনক খণ্ড-বিখণ্ড কৰিহে গ'ল।

উত্তৰ স্বাধীনতা কালত ভাৰতীয় সংবিধানৰ স্বাৰ্থ ৰক্ষা কৰি

শিক্ষাৰ উন্নতিৰ বাবে কেইবাটাও শিক্ষা-আয়োগ গঠন হ'ল। আজি ৫০ টা বছৰ পাৰ হ'ল। পৰিবৰ্তন হ'ল বহুতো। উচ্চ শিক্ষাৰ অনুষ্ঠান বাঢ়িল; ছাত্ৰ-ছাত্ৰী আৰু শিক্ষক-শিক্ষয়িত্ৰীৰ সংখ্যাও বাঢ়িল। পৰিবৰ্তনশীল সমাজখনত পৰিবৰ্তন নোহোৱাকৈ থাকি গ'ল ঔপনিবেশিক দৰ্শন, মেক'লেৰ দৰ্শন, যি মেক'লেই ভাবিছিল ভাৰতবৰ্ষৰ মানুহে স্বকীয় পৰম্পৰা, চহকী সংস্কৃতি আৰু দৰ্শন পাহৰি যাওক। সকলো পাহৰি গ'ল।

নিম্নলিখিত তালিকাৰপৰা মহাবিদ্যালয় আৰু বিশ্ববিদ্যালয়ৰ সংখ্যাগত বৃদ্ধিৰ বিষয়ে জানিব পৰা যায়—

| বছৰ | বিশ্ববিদ্যালয় | মহাবিদ্যালয় |
|---|---|---|
| ১৯৫০-৫১ | ৩২ | ৬৯৫ |
| ১৯৬০-৬১ | ৫৬ | ১,৫৪২ |
| ১৯৭০-৭১ | ১০২ | ৩,৬০৪ |
| ১৯৮০-৮১ | ১৩৩ | ৪,৭২২ |
| ১৯৯০-৯১ | ১৯০ | ৭,৩৪৫ |
| ২০০০-০১ | ২৫৬ | ১২,৩৪২ |

তালিকা—১ ঃ দশকীয় বৃদ্ধিৰ সংখ্যা

| বছৰ | মুঠ নামভৰ্তি কৰা | শতকৰা |
|---|---|---|
| ১৯৫০-৫১ | ১,৭৩,৬৯৬ | — |
| ১৯৬০-৬১ | ৫,৫৬,৫৫৯ | ১৫.৬ |
| ১৯৭০-৭১ | ১৯,৫৩,৭০০ | ৯.০ |
| ১৯৮০-৮১ | ২৭,৫২,৪৩৭ | ৩.৭ |
| ১৯৯০-৯১ | ৪৯,২৪,৮৬৮ | ৭.০ |
| ২০০০-০১ | ৮,৩৯,৯৪৩ | ৪.৩ |

তালিকা—২ ঃ ছাত্ৰ-ছাত্ৰীৰ সংখ্যা

কিন্তু ২৫ নৱেম্বৰ, ২০০২ চনৰ পৰিসংখ্যা অনুসৰি উচ্চশিক্ষাৰ ছাত্ৰ-ছাত্ৰীৰ সংখ্যা ৮৮,২১,০৯৫ জন; শিক্ষকৰ সংখ্যা ৪,২৬,৮১৭ জন; মহাবিদ্যালয়ৰ সংখ্যা ১৩,১৫০ খন আৰু বিশ্ববিদ্যালয় ২৯৪ খন, অৰ্থাৎ

উত্তৰ স্বাধীনতা কালৰ পৰা বৰ্তমানলৈ সংখ্যাগত হিচাপত বিশ্ববিদ্যালয়ৰ ১৩ গুণ, মহাবিদ্যালয়ৰ ২৫ গুণ আৰু ছাত্ৰ-ছাত্ৰীৰ ৩০ গুণ বৃদ্ধি হৈছে। তথাপিও ১৭ বছৰৰ পৰা ২৩ বছৰ বয়সৰ গ্ৰুপৰ ছাত্ৰ-ছাত্ৰীৰ মাত্ৰ ৭% হে উচ্চশিক্ষাৰ লাভা-লাভ ভোগ কৰিছে (তাতেই ইমান চিঞৰ-বাখৰ)। কিহৰ? উচ্চশিক্ষা সকলোৰে বাবে নহয়।) অন্যহাতেদি, বিভিন্ন দেশৰ (১৯৮০ চনৰ পৰা ১৯৯৫ চনলৈ উচ্চশিক্ষাৰ স্তৰত ছাত্ৰ-ছাত্ৰীৰ সংখ্যা এনে ধৰণৰ (Univ. News, Jan'03.)—

তালিকা— ৩ ঃ

| (ক) ছাত্ৰ-ছাত্ৰীৰ সংখ্যা | (খ) দেশৰ সংখ্য |
|---|---|
| ১. নিম্ন আৰু মধ্য আয়ৰ দেশ ঃ ৬৩ % | ১. ইন্দোনেচীয়া ঃ ১০ % |
| ২. উচ্চ আয়ৰ দেশ ঃ ৩৪ % | ২. ফ্ৰান্স ঃ ৫০ % |
| ৩. পূব এচিয়া আৰু পেচিফিক ঃ ১৪০ % | ৩. ব্ৰাজিল ঃ ১২ % |
| ৪. দক্ষিণ এচিয়া ঃ ৩৭ % | ৪. আৰ্জেণ্টিনা ঃ ৪১ % |
| ৫. ইউৰোপ ঃ ৮৭ % | ৫. যুক্তৰাষ্ট্ৰ ঃ ৮১ % |
| | ৬. ইংলেণ্ড ঃ ৩০ % |
| | ৭. কানাডা ঃ ১০ % |

## বিশ্ববিদ্যালয় অনুদান আয়োগ আৰু দশম প্লেন

বিশ্বদ্যিালয় অনুদান আয়োগ(ইউ জি চি)ৰ গঠনৰ প্ৰস্তাৱ ১৯৫২ চনত ভাৰত চৰকাৰে অনুমোদন জনালেও ২৮ অক্টোবৰ, ১৯৫৩ চনত আনুষ্ঠানিকভাৱে শুভ উদ্বোধন কৰে তেতিয়াৰ শিক্ষামন্ত্ৰী মৌলানা আব্দুল কালাম আজাদে। ইয়াৰ ক্ষমতা আৰু কাৰ্য থোৰতে এনে ধৰণৰ—

- উচ্চ শিক্ষানুষ্ঠানৰ স্বীকৃতি প্ৰদান কৰা।
- উচ্চশিক্ষাৰ প্লেন আৰু পলিচি ঠিক কৰা।
- শিক্ষণ, পৰীক্ষা আৰু গৱেষণাৰ মানদণ্ড নিৰ্দ্ধাৰণ আৰু মূল্যায়ন কৰা।

◆ মহাবিদ্যালয়, বিশ্ববিদ্যালয় আৰু গৱেষণাগাৰলৈ বিভিন্ন শিতানত অনুদান মঞ্জুৰ কৰা।

সময়ে সময়ে উচ্চশিক্ষাৰ গুণগত মান উন্নয়নৰ বাবে আৰু বিভিন্ন শিতানত অনুদান বৃদ্ধিৰ বাবে ইউ জি চিয়ে কিছুমান পলিচি লয়। প্রসঙ্গক্রমে, ১৯৭৮ চনৰ খচৰা এখন— "Development of Higher Education in India - A Policy framework" উল্লেখ কৰিব পাৰি। ইয়াৰ গুৰুত্বপূর্ণ দিশ দুটা হৈছে—

ক. মহাবিদ্যালয়ত "সম্প্রসাৰণ সেৱাৰ" ব্যৱস্থা কৰিব লাগে।

খ. সমাজৰ লগত সম্প্রসাৰণ সেৱাৰ যোগসূত্র স্থাপন কৰিব লাগে।

ইয়াৰ কিন্তু সফল ৰূপায়ণ নহ'ল। ভাৰতৰ অন্যতম শিক্ষাবিদ অধ্যাপক অমৃত সিঙে ইউ জি চিৰ সোণালী জয়ন্তী বৰ্ষত কৈছে যে উচ্চশিক্ষাৰ লক্ষ্য উদ্দেশ্যৰ ক্ষেত্রত আজি ৫০ বছৰে সফলতা লাভ কৰিব নোৱাৰৰ ঘাই কাৰণ হৈছে—

১. মহাবিদ্যালয়ৰ প্ৰতি আৰ্থিক অনুদান যথাযথ হোৱা নাই,

২. আঁচনিসমূহ বাস্তৱবাদী নহ'ল।

ইউ জি চিয়ে ৫০ বছৰীয়া জন্ম জয়ন্তী যোৱা ২০০২ চনৰ জানুৱাৰী মাহত সমাপন কৰিলে। ইউ জি চিৰ সন্মুখত এতিয়া দুটা প্ৰত্যাহ্বান—

◆ নতুন সহস্রাব্দত সৃষ্টি হোৱা গুণগত সংস্কৃতিৰ প্রতিযোগিতামূলক পৰিবেশ।

◆ দশম প্লেনৰ আৰম্ভণি।

বিত্তীয় সংকটৰ বাবে ইউ জি চিয়ে ইতিমধ্যে "স্ব-নিয়োজন আঁচনি"ৰ এপৰত গুৰুত্ব দিবলৈ বিশ্ববিদ্যালয়বোৰক নিৰ্দেশ দিছে। ১৯৯৩ চনৰ পুণ্যায়া কমিটি ৰিপোৰ্টত কোৱা হৈছে যে বিশ্ববিদ্যালয়বোৰে মুঠ বাজেটৰ ২৫% ভাগ নিজে উৎপাদন কৰিব লাগিব। প্রসঙ্গক্রমে দুখন বিশ্ববিদ্যালয়ৰ আয়ৰ কথা উল্লেখ কৰিব পাৰি; অক্সফ'ৰ্ডৰ বছৰেকীয়া আয় ৪০৮ নিযুত মাৰ্কিন ডলাৰ। ২৮ ডিচেম্বৰ, ২০০২ চনত ইউ জি চিৰ

সোণালী জয়ন্তী উৎসৱ উদ্বোধন কৰি প্ৰাক্তন প্ৰধানমন্ত্ৰী অটল বিহাৰী বাজপেয়ীয়ে কৈছে—

"The linkage between education and development is direct and simple. Higher education enhances human capital, which in turn makes higher growth possible. He suggested reforms in fee structer, governance, public and private partnership."

ইউ জি চিৰ প্ৰাক্তন অধ্যক্ষ অধ্যাপক অৰুণ নিকৰেকাৰে কৈছে, যদি মহাবিদ্যালয়/বিশ্ববিদ্যালয়বোৰে উদ্ভাৱনমূলক কাৰ্যসূচী লয়, তেন্তে ইউ জি চিয়ে আৰ্থিক সহায় আগবঢ়াব। লগতে ৩ বছৰীয়া ডিগ্ৰী ক'ৰ্চ অলপ অদৃঢ় (flexible) কৰিবলৈ বিশ্ববিদ্যালয়বোৰক ইউ জি চিয়ে অনুৰোধ কৰিছে যাতে ডিগ্ৰী লাভ কৰাৰ সময়ছোৱাত ছাত্ৰ-ছাত্ৰীসকলে চাকৰি পাব পৰা 'Utility-Oriented Certificate' বা ডিপ্লোমা অৰ্জন কৰিব পাৰে। এই চাৰ্টিফিকেট ক'ৰ্চ চলাওঁতে মহাবিদ্যালয়বোৰে যুক্তিসংগতভাৱে মাচুল বৃদ্ধি কৰিব পাৰে বুলিও পৃষ্ঠপোষকতা কৰিছে। ই অৰ্থাগমনৰ অন্যতম উপায়। কাৰণ ভাৰতবৰ্ষৰ ৮৮ লাখ ছাত্ৰ-ছাত্ৰীৰ ৬৯ লাখে (প্ৰায় ৮৩%) শুদ্ধ বিজ্ঞান, কলা, সমাজ বিজ্ঞান আৰু কমাৰ্চ ক'ৰ্চত ভৰ্তি হয়।

সংস্কৃতি এখন শিক্ষানুষ্ঠানৰ বাবে অতীৱ প্ৰয়োজন। পোনপটীয়া সংজ্ঞা দিবলৈ জটিল হ'লেও, থোৰতে মানদণ্ড আৰু উৎকৃষ্টতাক সামৰিব পাৰি। অৰ্থাৎ যিটোৱে শিক্ষানুষ্ঠানত এটা পৰিৱেশ দিয়ে, য'ত সৃষ্টিশীলতা, মন আৰু শৰীৰ সজীৱতাৰ বিকাশ ঘটে।

**দশম প্লেনত মন কৰিবলগীয়া বিষয়সমূহ ঃ**

নতুন সহস্ৰাব্দত গোলোকীয়কৰণৰ প্ৰভাৱৰ ফলত

প্ৰতিযোগিতামূলক পৰিবেশ সৃষ্টি হৈছে, লগে লগে জ্ঞানৰ চাহিদাও বৃদ্ধি পাইছে। প্ৰতিদ্বন্দ্বিতামূলক কৌশলৰ গুৰুত্ব বঢ়াৰ বাবে উচ্চশিক্ষাৰ দায়বদ্ধতা দুগুণে বাঢ়িছে। গৱেষণা আৰু বিকাশৰ দিশ সলনি হৈছে। গতিকে উচ্চশিক্ষাৰ নবীকৰণৰ বাবে ইউ জি চিয়ে দশম প্লেনত কিছুমান গুৰুত্বপূৰ্ণ এজেণ্ডা হাতত লৈছে—

- অনুন্নত অঞ্চলত থকা মহাবিদ্যালয় আৰু বিশ্ববিদ্যালয়বোৰলৈ বিশেষ অনুদান।
- ভৱিষ্যতে বিকাশৰ সম্ভাৱনা থকা মহাবিদ্যালয় আৰু বিশ্ববিদ্যালয়ক চিনাক্তকৰণ আৰু সেই সেই অনুষ্ঠানবোৰৰ শিক্ষণ আৰু গৱেষণাক উৎকৰ্ষতাৰ স্তৰলৈ নিবৰ বাবে বিশেষ অনুদান প্ৰদান।
- ৰাষ্ট্ৰীয় গৱেষণাগাৰৰ সহযোগত বিজ্ঞান শাখাৰ ৫ বছৰীয়া সংহত কৰ্চ (5 year Integrated Course) ৰ কিছুমান শিক্ষানুষ্ঠান সৃষ্টি কৰা।
  - শিক্ষণ-পদ্ধতিৰ আধুনিকীকৰণ।
  - উচ্চশিক্ষাৰ আন্তৰ্জাতীয় আৰু ৰপ্তনিকৰণ।
  - শিক্ষাত "কাফেটেৰীয়া এপ্ৰোচ"ৰ নতুন চিন্তা।
  - বিশেষ স্কীমৰ বাবে অনুদান—
    ক. মহিলা শিক্ষাৰ বাবে,
    খ. উত্তৰ-পূৰ্বাঞ্চলৰ মহাবিদ্যালয়বোৰৰ বাবে।

### গুণগত সংস্কৃতি

সংস্কৃতি এখন শিক্ষানুষ্ঠানৰ বাবে অতীব প্ৰয়োজন। পোনপটীয়া সংজ্ঞা দিবলৈ জটিল হ'লেও, থোৰতে মানদণ্ড আৰু উৎকৃষ্টতাক সামৰিব পাৰি। অৰ্থাৎ যিটোৱে শিক্ষানুষ্ঠানত এটা পৰিবেশ দিয়ে, য'ত সৃষ্টিশীলতা, মন আৰু শৰীৰ সজীৱতাৰ বিকাশ ঘটে। প্ৰসংগক্ৰমে ভাৰতৰ আই আই টি কেইখনৰ গুণগত দিশৰ কথা উল্লেখ কৰিব পাৰি। ইং ২০০৩ চনৰ ১৭ জানুৱাৰীৰ পৰা "IIT 50 Fete" নামেৰে সপ্তাহজোৰা

কাৰ্যসূচীৰে সোণালী জয়ন্তী উৎসৱ আমেৰিকাৰ চিলিকন ভেলীত আই আই টিৰ প্ৰাক্তন ছাত্ৰ-ছাত্ৰীসকলে উদ্‌যাপন কৰিছিল। মুখ্য অতিথি চফ্‌টৱেৰ প্ৰযুক্তিবিদ বিল গেইটচে কৈছিল— India has changed the world. এই উদ্‌যাপন সমিতিৰ সহ-উদ্যোক্তা লিজ্‌লি ষ্টাহলে তেখেতৰ ভাষণত কৈছিল—

The US imports oil from Saudi Arabia, Cars form Japan, TVs from Korea and Whiskey from Scotland. What do we import from India? We import people, smartest, the most successful, the most influential Indians, who are graduates from IITs. So IIT is equal to Harvard plus MIT plus Princeton.

আকৌ, ইংলেণ্ডৰ উচ্চশিক্ষাক গুণগত কাউন্সিলৰ খচৰাখনৰ মতে—

Quality in higher education is not the same as satisfying a customer with, for example, the latest motor car. Quality in higher education embraces effectiveness, efficiency and accountability.

ভাৰতবৰ্ষৰ মহাবিদ্যালয়বোৰ (কলা, বিজ্ঞান আৰু কমাৰ্চ)ৰ গুণগত মানদণ্ড বা শ্ৰেষ্ঠতাৰ সংস্কাৰ চিন্তনীয়। ইউ জি চি আৰু মানৱ সম্পদ বিকাশৰ সৌজন্যত স্থাপিত হোৱা স্বেচ্ছাসেৱী সংগঠন 'নাক' (National Accreditation and Assessment Council) এ ভাৰতৰ মহাবিদ্যালয়বোৰক সৰ্বভাৰতীয় মানদণ্ডৰে মূল্যায়ন কৰিব। মূল্যায়ন কৰাৰ শেষ সময়সীমা এই বছৰৰ ডিচেম্বৰ মাহ (২০০৩)।

**অধ্যক্ষৰ ভূমিকা ঃ**

মহাবিদ্যালয়ত সাধাৰণতে তিনিটা দিশত কাম হয় ঃ

ক. বিদ্যায়তনিক দিশত,

খ. প্ৰশাসনিক দিশত,

গ. পৰিচালনাৰ দিশত।

অধ্যক্ষজন এই তিনিওটা দিশত নেতৃত্ব দিব পৰা ব্যক্তি হ'ব

লাগে। ভাৰতবৰ্ষত বহুতো ভাল ভাল মহাবিদ্যালয় আছে যিবোৰক বিশ্ববিদ্যালয়ৰ লগত তুলনা কৰি নতুন শিক্ষা আয়োগত (১৯৮৬) এই বুলি কোৱা হৈছে—

There are some colleges which are better than some universities; there are some universities which are worse that some colleges.

কলকাতা আৰু চেন্নাইৰ প্ৰেছিডেন্সি কলেজে বিশ্বত উৎকৰ্ষতাৰ কেন্দ্ৰ হিচাপে স্বীকৃতি পাইছে। নʼবেল বঁটা বিজয়ী চাৰ চি.ভি.ৰমন আৰু ড° চন্দ্ৰশেখৰ এই মহাবিদ্যালয়ৰ প্ৰাক্তন ছাত্ৰ। তাৰ উপৰিও, ৰসায়ন বিভাগত "অমৃতাঞ্জন বাম" ফৰ্মুলা ১৯৬০ চনত তৈয়াৰ কৰিছিল। অধ্যক্ষজনৰ অৰিহনা এই ক্ষেত্ৰত অতি প্ৰয়োজন। নাকৰ মতে—

"The Principal be the leader of sustaining quality culture in the instution. He must have powerful organisation capacity and ability. Total quality management of an institution is about creating a quality culture where the Principal is fully responsible. Academic innovation does not happen. Unless the Principal leads in any quality frame-work."

## অসমৰ পৰিবেশ

অসমত উচ্চশিক্ষাই গভীৰ সংকটৰ দিশে গতি কৰা যেন লাগিছে। তিনিটা দিশৰ কথা বিশেষকৈ উল্লেখ কৰিব পাৰি—

ক. গুণগত মানদণ্ড হ্ৰাস

খ. অৰ্থ সংকট

গ. চিন্তাৰ সংকট

গুণগত দিশত আমাৰ মহাবিদ্যালয়বোৰে সৰ্বভাৰতীয় পৰ্যায়ৰ তুলনাত কেনেকুৱা ভূমিকা গ্ৰহণ কৰি আছে, তাৰ সম্যক সমাধান 'নাক'ৰ মূল্যায়নৰ পাচত উপলব্ধি কৰিব পৰা যাব। বিদ্যায়তনিক নেতৃত্বৰ অভাৱৰ ফলত হয়তো জ্ঞান-সাধনা আৰু নৱ-উদ্ভাৱন ঐকান্তিকতা উচ্চ



শিক্ষানুষ্ঠানবোৰত গঢ়ি উঠা নাই।

ৰাজনৈতিক সদিচ্ছা,অপৰিকল্পিত শিক্ষা ব্যৱস্থাত অভাৱনীয়ভাৱে দখল কৰা দুৰ্নীতিয়ে বিষয়ববীয়াসকলক চিন্তাৰ এক গভীৰ সংকটত পেলাইছে। সেই কাৰণেহে তেওঁলোকে এই একবিংশ শতিকাত চিন্তা কৰিছে— উচ্চ শিক্ষা সাৰ্বজনীন নহয়। অন্যহাতেদি ভাৰতৰ গঠনমুখী চিন্তাধাৰাৰ ৰাজ্য কিছুমানে উচ্চশিক্ষাৰ শিতানত মুঠ বাজেটৰ ২৪% ভাগ খৰচ কৰে। তামিলনাডু, কৰ্ণাটক ৰাজ্যৰ চৰকাৰে উচ্চশিক্ষাৰ শিতানত ৬০০ ৰ পৰা ৭০০ কোটি টকা বছৰি ব্যয় কৰে। ৰুগ্ন চিন্তাৰে পৰিপুষ্ট আমাৰ অসমৰ চৰকাৰখনে কলেজ শিক্ষকৰ দৰমহা কৰ্তন, অনুদানত ব্যস্ত আছে। ১৯২ খন ঘাটি মঞ্জুৰীপ্ৰাপ্ত মহাবিদ্যালয় অসমত আছে। তাৰে প্ৰায় ১০০ খনত স্থায়ী অধ্যক্ষৰ ব্যৱস্থা কৰিব পৰা নাই। মহাবিদ্যালয়ৰ পৰিচালনা সমিতিৰ গঠনো মহাবিদ্যালয় ভেদে বেলেগ। কিছুমান মহাবিদ্যালয়ত যুটীয়া চহী (অৰ্থাৎ অধ্যক্ষ আৰু ট্ৰেজাৰাৰ)ত আৰু কিছুমানত কেৱল অধ্যক্ষ/সচিবৰ চহীত কলেজৰ কামকাজ চলি আছে। কিছুমান পৰিচালনা সমিতিত শিক্ষক প্ৰতিনিধি আছে; কিছুমানত নাই। বিদ্যায়তনিক দিশটো চাবলৈ যেন কাৰো সময় নাই।

## সামৰণি

২১ শতিকাৰ গোলকীকৰণ, তথ্য-প্ৰযুক্তি আৰু আন্তঃবৈষয়িক

গৱেষণাৰ ফলত চাকৰিৰ আৰ্হি সলনি হৈছে। 'চার্ভিছ চেক্টৰ'ত উচ্চশিক্ষাৰ শিতানত সৰহসংখ্যক চাকৰিৰ সৃষ্টি হৈছে। ১৯৯৮-৯৯ ৰ সমীক্ষা মতে শতকৰা ৪৫ ভাগ চাকৰি উচ্চশিক্ষাৰ শিতানত সৃষ্টি হৈছে অৱশ্যে আৰু বৃদ্ধি হোৱাৰ আশা আছে।

গতিকে মহাবিদ্যালয়বোৰে এই সুযোগতে অৰ্থাগমনৰ আঁচনি দুই ৰকমে ল'ব পাৰে—

- স্ব-নিয়োজিত আঁচনি
- উদ্যোগ বিকাশ আঁচনি।

নিম্নলিখিত ক'ৰ্চসমূহৰ চাৰ্টিফিকেট বা ডিপ্লোমা পদ্ধতিৰে এই আঁচনিৰ সফল ৰূপায়ণ কৰিব পাৰে।

- শিক্ষকৰ গুণগত দিশ
- নেতৃত্ব আৰু সাংগঠনিক আচৰণ
- ই-কমাৰ্চ, ই-এডুকেশ্যন, ই-অৰ্থনীতি
- ট্ৰেভেল আৰু টুৰিজিম
- ফেশ্চন ডিজাইনিং
- জুয়েলাৰী ডিজাইনিং
- বিজ্ঞাপন উদ্যোগ
- ইণ্টেৰিয়ৰ ডেক'ৰেচন
- মিঠাই বা বেকাৰী সামগ্ৰীৰ প্ৰস্তুত প্ৰণালী
- পৰিবেশ বিজ্ঞান আৰু বহনক্ষম বিকাশ আদি।

আমাৰ নীতি আছে; কিন্তু সফল ৰূপায়ণৰ মানসিক প্ৰস্তুতি নাই। আমাৰ শিক্ষানুষ্ঠান আছে; কিন্তু সুন্দৰ পৰিচালনা নাই। আমাৰ নিৰ্দেশনাৰ দিশ আছে, কিন্তু আমাৰ অনুশাসনৰ দৰ্শন নাই।

নিৰ্দিষ্ট আৰু স্পষ্ট উদ্দেশ্য, দিশ আৰু প্ৰত্যয়ৰ অবিহনে বিকাশৰ বিকল্প কোনো পথ নাই।

---

# উচ্চ শিক্ষাৰ পৰিদৃশ্য

"Third Wave has arrived, so the education system of second wave is of no use"

– ***Alvin Tofflen.***



কুৰি শতিকা আৰু একৈশ শতিকাৰ শিক্ষাৰ বিশেষকৈ উচ্চশিক্ষাৰ ক্ষেত্ৰত যথেষ্ট পাৰ্থক্য আছে। বিজ্ঞান আৰু প্ৰযুক্তিবিদ্যাৰ অৰিহণাই আমাৰ সমাজখনৰ এক আমূল পৰিবৰ্তন ঘটাইছে। দ্ৰুততৰ গতিত জন্ম লভা ন-ন জ্ঞানে তথা বায়'টেকন'লজি, নেন'টেকন'লজি, তথ্য প্ৰযুক্তি, মহাকাশ গৱেষণা আদিয়ে মানৱ জাতিৰ বিষয়ে, বিশ্ব ৰহস্যৰ বিষয়ে জানিবলৈ মানুহৰ পথ সুচল কৰি তুলিছে। এই নতুন শতিকাক বিশ্বায়নৰ যুগ বুলি কোৱা হয়। এই যুগে দুটা নতুন ক্ষেত্ৰ সৃষ্টি কৰিছে—

- প্ৰতিযোতিমূলক ক্ষেত্ৰ
- সৃষ্টিশীল ভাৱনা (Innovativeness)

> **কিছুমান দিশত ভাৰতবৰ্ষই শ্ৰেষ্ঠত্ব প্ৰমাণ কৰিবলৈ সক্ষম হৈছে। উল্লেখ্য যে কম্পিউটাৰৰ প্ৰযুক্তিৰ ক্ষেত্ৰত বিশ্বত ভাৰত অদ্বিতীয়। বিশ্বত খ্যাতি অৰ্জন কৰা বহুতো ভাৰতীয় মূলৰ অধ্যাপক, বিজ্ঞানী, ইঞ্জিনীয়াৰ বা প্ৰযুক্তিবিদে আমেৰিকাৰ বিশ্ববিদ্যালয়, গৱেষণা কেন্দ্ৰ, চিলিকন ভেলী আদিত সেৱা আগবঢ়াই আছে।**

উচ্চশিক্ষাৰ তথা গুণগত জ্ঞানৰ অৱদান এইক্ষেত্ৰত পোনপটীয়া। বিশ্ববেংকে অলপতে প্ৰকাশ কৰা এক জৰীপত কোৱা হৈছে যে যিবোৰ দেশত ৫০ শতাংশ বা অধিক ছাত্ৰ-ছাত্ৰীয়ে উচ্চশিক্ষা গ্ৰহণ কৰে, সেইবোৰ দেশত অৰ্থনৈতিক বিকাশ স্বচ্ছল। যিবোৰ দেশত ছাত্ৰ-ছাত্ৰীৰ সংখ্যা ২০ ৰ পৰা ৫০ শতাংশৰ ভিতৰত, তেনে দেশৰ বিকাশ মধ্যমীয়া আৰু অৰ্থনৈতিক বিকাশ নিম্ন খাপৰ যিবোৰ দেশত উচ্চ শিক্ষাৰ ক্ষেত্ৰত ছাত্ৰ-ছাত্ৰীৰ সংখ্যা ৬ ৰ পৰা ২০ শতাংশ বা কম। গতিকে বিশ্ব বেংকে বান্ধি দিয়া নিয়ম এনে ধৰণৰ— দেশৰ বিকাশৰ ক্ষেত্ৰত উচ্চশিক্ষাত ছাত্ৰ-ছাত্ৰীৰ সংখ্যা হ'ব লাগিব ন্যূনতম ২০ শতাংশ। আকৌ, প্ৰতিযোগিতা আৰু মৌলিক আৱিষ্কাৰৰ ক্ষেত্ৰত উচ্চ শিক্ষাৰ কিছু সংখ্যক অনুষ্ঠানে এক পৰিবেশ গঢ়ি দিয়া আৰু মৌলিক গৱেষণাৰ কাম কৰি থকা দেখা গৈছে। তেনে অনুষ্ঠান বা বিশ্ববিদ্যালয়ক উৎকৃষ্টতাৰ কেন্দ্ৰ হিচাপে চিনাক্ত কৰা হৈছে। যোৱা বছৰ চীনৰ চাংহাই জিয়াবাও টং বিশ্ববিদ্যালয়ে বিশ্বৰ শ্ৰেষ্ঠ প্ৰায় ১০০০ খন অনুষ্ঠান আৰু বিশ্ববিদ্যালয়ত উৎকৃষ্টতাৰ ভিত্তিত ক্ৰমাংক চলাই এখন তালিকা ৰেংকিং অনুসৰি প্ৰস্তুত কৰি উলিয়াইছে। মূল্যায়নৰ সূচাংক (Parameter) ত প্ৰধানকৈ আছে—

- ছাত্ৰ আৰু শিক্ষকৰ বিদ্যায়তনিক আৰু গৱেষণামূলক কৃতিত্ব।
- নবেল বঁটা জাতীয় উচ্চখাপৰ বৈজ্ঞানিক পুৰস্কাৰ প্ৰাপ্তি।

◆ গৱেষণা পত্ৰৰ উদ্ধৃতি আৰু বিশ্বৰ সন্মানীয় আলোচনীত প্ৰবন্ধ প্ৰকাশ আদি।

আমেৰিকা যুক্তৰাষ্ট্ৰৰ শিক্ষানুষ্ঠানৰ ৫৩ খন এই তালিকাখনৰ শ্ৰেষ্ঠ ১০০ স্তৰত অন্তৰ্ভুক্ত। ভাৰতবৰ্ষৰ মাত্ৰ তিনিখন বিশ্ববিদ্যালয় (IISc অনুষ্ঠান ৩০১-৪০০ স্তৰত; IITK, Univ. of Calcutta আৰু IISc অনুষ্ঠান ৮০১-৫০০ স্তৰত) অন্তৰ্ভুক্ত।

| Country | Top 100 | Top 200 | Top 300 | Top 400 | Top 500 |
|---|---|---|---|---|---|
| USA | 53 | 90 | 119 | 140 | 168 |
| UK | 11 | 19 | 30 | 36 | 40 |
| Germany | 5 | 16 | 23 | 33 | 40 |
| Japan | 5 | 19 | 13 | 24 | 34 |
| China | 0 | 2 | 6 | 15 | 18 |
| India | 0 | 0 | 0 | 1 | 3 |

## ভাৰতবৰ্ষৰ উচ্চ শিক্ষাৰ পৰিদৃশ্য

ৰাধাকৃষ্ণণ আয়োগৰ (১৯৪৮) পৰামৰ্শৰ পৰিপ্ৰেক্ষিতত ৰাষ্ট্ৰীয় পৰ্যায়ত দুটা শিক্ষা আয়োগ (কোথাৰী আয়োগ তথা ৰাষ্ট্ৰীয় শিক্ষানীতি ১৯৬৮ আৰু ৰাষ্ট্ৰীয় নীতি ১৯৮৬) গঠন কৰা হ'ল। তথাপিও উদ্ভৱ হোৱা নতুন প্ৰত্যাহ্বানবোৰৰ সন্মুখীন হ'ব পৰাকৈ, বিশেষকৈ বিশ্ব বাণিজ্য সংস্থান ভাৰতবৰ্ষৰ অন্তৰ্ভুক্তি আৰু গেইটচ্ (GATS) চুক্তিত স্বাক্ষৰ দানৰ ফলত অৱশ্যম্ভাৱী সমস্যাৰ লগত মোকাবিলাৰ বাবে এক নতুন ৰাষ্ট্ৰীয় পৰ্যায়ৰ শিক্ষা আয়োগৰ প্ৰয়োজনীয়তা অনুভৱ কৰা হৈছে। তালিকা ১, ২, ৩ পৰ্যালোচনা কৰি ক'ব পাৰি বিশ্বৰ শিক্ষাজগতৰ প্ৰেক্ষাপটত ভাৰতবৰ্ষত শিক্ষাৰ এক আমূল পৰিবৰ্তনৰ প্ৰয়োজন।

তালিকা ১ ঃ ভাৰতবৰ্ষৰ

| SN | | 1947 | 2004-05 |
|---|---|---|---|
| 1. | Univ | 18 | 342 |
| 2. | Colleges | 500 | 17625 |
| 3. | Students | 2,28,804 | 10,46,821 |
| 4. | Teachers | 0.24 Lakh | 4.71 Lakh |

তালিকা ২ ঃ কিছুমান ৰাষ্ট্ৰৰ

| SN | Country | Population (cr) | Univ. |
|---|---|---|---|
| 1. | Japan | 12.7 | 684 |
| 2. | USA | 27.6 | 2364 |
| 3. | UK | 5.98 | 104(+23) |
| 4. | Germany | 8.2 | 330 |
| 5. | India | 100+ | 342 |

তালিকা ৩ ঃ উচ্চ শিক্ষাত ছাত্ৰ-ছাত্ৰী

| SN | Country | % Enrollment |
|---|---|---|
| 1. | Canada | 100 |
| 2. | Australia | 79 |
| 3. | USA | 81 |
| 4. | UK | 52 |
| 5. | Thailand | 19 |
| 6. | Brazil | 12 |
| 7. | Indonesia | 11 |
| 8. | India | 7 |

তালিকা ৪ ঃ আৰ্থিক অনুদান - ভাৰতৰ (In terms of GDP)

| SN | Year | % of GDP |
|---|---|---|
| 1. | 1971 | 1 |
| 2. | 1981 | 0.8 |
| 3. | 1991 | 0.6 |
| 4. | 2001 | 0.4 |

## কিয় বিদেশৰ ডিগ্ৰীৰ চাহিদা বেছি?

কি কাৰণে আমি বিদেশত শিক্ষা অৰ্জন কৰা ছাত্ৰ-ছাত্ৰীক গুৰুত্ব বেছি দিওঁ? ইয়াৰ কাৰণ হয়তো এনেধৰণৰ হ'ব পাৰে —পাশ্চাত্য শিক্ষাক আন্তৰ্জাতিকৰণ কৰা হৈছে আৰু পাশ্চাত্য শিক্ষাত সৃষ্টিশীল ভাৱনাৰ গুৰুত্ব আৰোপ কৰা হয়। অৰ্থাৎ উদ্ভাৱনা শক্তি আৰু কৌশলগত জ্ঞানৰ প্ৰধান্যতাত গুৰুত্ব দিয়া হয়। সেই কাৰণে যিমানবোৰ ন-ন আৱিষ্কাৰ হৈছে সেই সকলোবোৰৰ সৰহখিনি পাশ্চাত্য জগতত হৈছে। এই শতিকাত উদ্ভৱ হ'বলগীয়া সম্ভাব্য প্ৰত্যাহ্বানৰ সন্মুখীন হ'বলৈ আমেৰিকা যুক্তৰাষ্ট্ৰত যোৱা শতিকাৰ ৯০ দশকত শিক্ষা পৰিষদে এইদৰে কৈছে—

The commission on International Education of the American council of Education ৰিপোৰ্টত কোৱা হৈছে "Unless today's students develop the competence of function effectively in a global environment, they are unlikely to succeed in the 21st century."— আৰু কৈছে— Every institution of higher learning must recognise that–

1. Inter-cultural competence.
2. Each graduate needs to understand global system.
3. Institutions offer problem focused programme of study.
4. Cultural diversity for cultural hermony.

অনাগত দিনত আমেৰিকা যুক্তৰাষ্ট্ৰৰ শিক্ষানুষ্ঠানে উৎকৰ্ষতাৰ ক্ষেত্ৰত একচত্ৰী হৈ থাকিব বুলি ক'ব নোৱাৰি। ভাৰতবৰ্ষৰ যদি সদিচ্ছা, বিশেষকৈ ৰাজনৈতিক সদিচ্ছা থাকে, তেন্তে ভাৰতবৰ্ষই আমেৰিকাকো চেৰ পেলোৱাৰ সম্ভাৱনা নুই কৰিব নোৱাৰি। কিয়নো, কিছুমান দিশত ভাৰতবৰ্ষই শ্ৰেষ্ঠত্ব প্ৰমাণ কৰিবলৈ সক্ষম হৈছে। উল্লেখ্য যে ছফট্‌ৱেৰ প্ৰযুক্তিৰ ক্ষেত্ৰত বিশ্বত ভাৰত অদ্বিতীয়। বিশ্বত খ্যাতি অৰ্জন কৰা বহুতো ভাৰতীয় মূলৰ অধ্যাপক, বিজ্ঞানী, ইঞ্জিনীয়াৰ বা প্ৰযুক্তিবিদে আমেৰিকাৰ

বিশ্ববিদ্যালয়, গৱেষণা কেন্দ্ৰ, চিলিকণ ভেলী আদিত সেৱা আগবঢ়াই আছে।

## বিশ্বায়নৰ নতুন প্ৰবাহ

বিশ্বায়নৰ নতুন প্ৰবাহত ভাৰতৰ প্ৰায় ১০০ টা কোম্পানীয়ে বিশ্বত বিদেশী বহুজাতিক প্ৰতিষ্ঠানবোৰৰ লগত সমানে ফেৰ মাৰিব পৰা ক্ষমতা অৰ্জন কৰিছে। বিশ্ব প্ৰতিযোগিতাত টাটা ছনছ প্ৰথম। ছফ্টৱেৰ কোম্পানী উইপ্ৰ' আৰু ইনফ'চিচে ইতিমধ্যে চমকপ্ৰদ প্ৰদৰ্শন কৰিছে। ভাৰতৰ ঔষধ কোম্পানী ৰেণবেক্সী কেমিকেলচে বিদেশৰ পৰা প্ৰায় ৮০ শতাংশ অৰ্জন কৰে। বহুজাতিক প্ৰতিষ্ঠানবোৰে নিজৰ নিজৰ গৱেষণা আৰু বিকাশ চেলত ডক্তৰেট ডিগ্ৰীধাৰী গৱেষক নিয়োগ কৰাৰ কাৰণে বা বিশ্ববিদ্যালয়বোৰৰ লগত বুজা বুজি চুক্তি কৰাৰ বাবে কিছুমান বিশেষ জন্ম লভাৰ লগতে নিয়োগৰ ক্ষেত্ৰখনো বৃদ্ধি পাইছে।

এনে প্ৰসঙ্গত প্ৰধান বিষয়বোৰ হৈছে— বায়'টেকন'লজি, ফুড প্ৰচেচিং আৰু নিউট্ৰিচন, ছফটৱেৰ টেকন'লজি, তথ্য প্ৰযুক্তি, সমাজ বিজ্ঞান, পৰ্যটন আৰু এণ্টাৰটেইনমেণ্ট, এণ্ট্ৰেপ্ৰিনেয়ৰশ্বিপ, স্পেচ টেকন'লজি, ডিফেন্স টেকন'লজি, বায়'চেফটি, ডিজেষ্টাৰ মেনেইজমেণ্ট, ডিজাইন মেনেইজমেণ্ট, বিজ্ঞাপন, মিউজিক এণ্ড কালচাৰ, ফাৰমাচিউটিকেলচ, টেক্সটাইল আদি উল্লেখযোগ্য।

সেইদৰে নিযুক্তিৰ ক্ষেত্ৰত উল্লেখনীয় দিশবোৰ হৈছে (অৰ্থাৎ ২০০৮-২০১০ চনৰ ভিতৰত)—

১. ইণ্ডিয়ান টেক্সটাইল — মুঠ চাকৰিৰ সংখ্যা — ১ কোটি।

২. ফুড প্ৰচেচিং — ২.৫ কোটি (অতিৰিক্ত)

৩. তথ্য প্ৰযুক্তি — ৭ নিযুত

৪. পৰ্যটন — ১ কোটি ১৪ লাখ

৫. বি পি অ' — ১২ নিযুত

তদুপৰি ২০২০ চনত কৰ্মঠ উপযুক্ত যুবক (২৫ বছৰ বয়সৰ তলৰ) ত

অতিৰিক্ত প্ৰায় ১২ কোটি ভাৰতত থাকিব, যেতিয়া বিশ্বত উন্নত ৰাষ্ট্ৰবোৰত কেৱল ৫০ বছৰৰ অধিক লোকে বাস কৰিব।

## অসমৰ পৰিদৃশ্য

উচ্চশিক্ষাৰ ক্ষেত্ৰত অসমৰ পৰিদৃশ্য ভাৰতৰ অন্য ৰাজ্যৰ তুলনাত সন্তোষজনক নহয়। নাক (NAAC) ৰ বা ইণ্ডিয়া টুডেৰ '10 Best Colleges' ৰেংকিঙৰ ক্ষেত্ৰত অসমৰ মহাবিদ্যালয় আৰু বিশ্ববিদ্যালয়কেইখনৰ প্ৰদৰ্শন প্ৰশংসনীয় নহয়। সৰহ সংখ্যক মহাবিদ্যালয়ত সৰহ সংখ্যক ছাত্ৰ-ছাত্ৰীয়ে আগৰে পৰা চলি অহা বিষয়বোৰকে অধ্যয়ন কৰি আহিছে। গতিকে এই বিশ্বায়নৰ যুগত ছাত্ৰ-ছাত্ৰীসকলে নিজকে উপযুক্ত কৰি তুলিবলৈ সুবিধা কম পায়। ইয়াৰ বাবে বিষয়বোৰক লৈ শিক্ষাদান আৰু শিক্ষা অৰ্জনৰ আধুনিক পৰিবৰ্তন কৰা উচিত। প্ৰসংগক্ৰমে BPO আৰু Media ৰ লগত ৰজিতা খুৱাই ইংৰাজী আৰু অসমীয়া বিষয়ত কিছু পৰিবৰ্তন ঘটাব পাৰি। অৰ্থাৎ ইংৰাজী ভালকৈ ক'ব পৰা কৌশল আয়ত্ব, সম্পাদনা, এডিটিং আদিত অনুশীলনৰ আৱশ্যক। আকৌ চণ্ডীগড়ৰ পাঞ্জাব বিশ্ববিদ্যালয়ৰ 'Job-Oriented & marked friendly course' কিছুমান যেনে হিউমেন জিনম, পৰিবেশ বিজ্ঞান, (গুৱাহাটী বিশ্ববিদ্যালয়ত আছে) বায়'টেক্ন'ল'জি আৰু মাইক্ৰ'-ইলেক্ট্ৰনিক্সৰ বিটেক, ডিফেন্স ষ্টাডিজ আদি ক'ৰ্চ প্ৰৱৰ্তন কৰিছে।

## অসমৰ শিক্ষামন্ত্ৰীৰ প্ৰতি

অসমৰ শৈক্ষিক ক্ষেত্ৰখনৰ উন্নীতকৰণ আৰু সংস্কাৰ সাধনৰ ক্ষেত্ৰত চৰকাৰৰ শিক্ষামন্ত্ৰীজন বিশেষ ভূমিকা থকাটো বাঞ্চনীয়। ভাৰতৰ দুৰ্নীতিৰ ক্ষেত্ৰত নিপুন ৰাজ্যবোৰৰ ভিতৰত অসমৰ স্থান প্ৰথমত। অসমৰ শিক্ষাজগতে এই ক্ষেত্ৰত আটাইতকৈ বেছি ইন্ধন যোগাইছে বুলি খ্যাতি অৰ্জন কৰিছে। দুৰ্নীতি বিশেষকৈ প্ৰাথমিক আৰু স্কুলৰ স্তৰত অধিক। এই চাফাই অভিযানৰ লগতে কিছুমান ধনাত্মক কাম কৰিবলৈ আহ্বান জনোৱা হ'ল—

১. বিশ্ব বেংকৰ এক জৰীপ অনুসৰি ভাৰতৰ স্কুলৰ ৫০ শতাংশ (বিশেষকৈ প্ৰাথমিক স্তৰৰ) শিক্ষকেই ক্লাচলৈ নাহে। অসমো এই ক্ষেত্ৰত ব্যতিক্ৰম নহয়। শ্ৰেণী যাতে নিয়মীয়া হয় আৰু পাঠদানত যাতে ত্ৰুটী নাথাকে তাৰ প্ৰতি লক্ষ্য তথা প্ৰতিকাৰৰ ব্যৱস্থা কৰিব লাগে।

২. ড্ৰপ-আউট হাৰ বেছি; বিশেষকৈ ছাত্ৰীৰ ক্ষেত্ৰত। প্ৰাথমিক স্তৰত ৪২ শতাংশ, মাধ্যমিক স্তৰৰ ৭২ শতাংশৰ বিপৰীতে হাইস্কুল স্তৰত হৈছে ৭৫ শতাংশ। সেইদৰে কাৰিকৰী শিক্ষা অৰ্জনৰ ক্ষেত্ৰত ১২ শতাংশতকৈও কম ছাত্ৰীয়ে ইঞ্জিনীয়াৰিং অধ্যয়ন কৰে। মেডিকেলত ছাত্ৰীৰ সংখ্যা ৩৪ শতাংশ।

৩. গৱেষণা আৰু বিকাশৰ ক্ষেত্ৰত চৰকাৰী পৃষ্ঠপোষকতা নিশ্চিত কৰিব লাগে। প্ৰসংগক্ৰমে উল্লেখ কৰিব পাৰি যে কৰ্ণাটক ৰাষ্ট্ৰই এইবাৰ ৩৭,৬০০ কোটি টকাৰ ছফ্‌টৱেৰ সামগ্ৰী ৰপ্তানী কৰিছে।

৪. মহাবিদ্যালয়বোৰৰ প্ৰতি লক্ষ্য ৰখাৰ এক ব্যৱস্থা কৰিব লাগে। কিছুমান মহাবিদ্যালয়ৰ পুৱা ৮-৩০ বজাৰ পৰা বিয়লি ৪ বজালৈ ক্লাচ হয়; কিছুমানত (সৰহ সংখ্যক কলেজত) নহয়। সেইদৰে পৰীক্ষাৰ ফলাফলৰ ক্ষেত্ৰতো কিছুমানে উৎকৃষ্ট ফল দেখুৱায়। তেনে মহাবিদ্যালয় চিনাক্ত কৰি প্ৰশংসা পত্ৰ দিব লাগে। স্কুলৰ ক্ষেত্ৰতো তদানুৰূপ কাৰ্য কৰিলে ভাল হয়।

৫. শিক্ষানুষ্ঠানবোৰত পৰিদৰ্শনৰ ব্যৱস্থা কৰিব লাগে।

৬. অধ্যক্ষ পৰিষদ, অসম কলেজ শিক্ষক সংস্থা আৰু স্কুল পৰ্যায়ৰ শিক্ষক সংস্থাৰ লগত নিয়মীয়া বৈঠক হ'লে ভাল হয়। (বিশেষকৈ বিদ্যায়তনিক আলোচনাৰ বাবে)

৭. শিক্ষামন্ত্ৰীৰ পৃষ্ঠপোষকতাত শিক্ষাবিদ, চিন্তাবিদ আৰু অৰ্থনীতিবিদ সমন্বিতে শিক্ষা পৰিষদ এটি গঠন হ'লে ভাল হয়।

---

# বিশ্বায়নৰ চৌত উচ্চ শিক্ষা —এটি পৰ্যালোচনা

"We are, what we repeatedly do; Excellence is not an act, but a habit"– Aristotle



আজি প্ৰায় এশ বছৰ আগতে আমাৰ সমাজ-ব্যৱস্থাত মটৰ-গাড়ী, ইলেক্ট্ৰিচিটী, টেলিফোন, ৰেডিঅ' বা টিভি আদিৰ ব্যৱহাৰ নাছিল; কাৰণ যোৱা কুৰি শতিকাৰ প্ৰথমাৰ্ধতে ইয়াৰ প্ৰায়খিনি আৱিষ্কাৰ হৈছিল। কুৰি শতিকাতেই আৱিষ্কাৰ হ'ল আণৱিক শক্তি, ছেটেলাইট যোগাযোগ, চিপ্‌ছ, ডিজিটেল কম্পিউটাৰ, ইণ্টাৰনেট, ডি এন এ আৰু মানৱ জিনম। বৰ্তমান এইবোৰৰ ব্যৱহাৰৰ ফলত মানৱ সভ্যতা এনে দ্ৰুতগতিত

আগবাঢ়িছে যে অহা ৫০ বছৰত আৰু কি ঘটিব পাৰে, সেয়া প্ৰতি
কল্পনাও কৰিব নোৱাৰি।

বিশ্বখন গোলকীয় গাঁৱলৈ ৰূপান্তৰিত হোৱাৰ বাবে শিক্ষাৰ লগতে সংস্কৃতি, ধ্যান-ধাৰণা, জীৱন-নিৰ্বাহ পদ্ধতি আদি দেশবোৰৰ মাজত বিনিময় ঘটিবলৈ আৰম্ভ কৰিছে। এই প্ৰক্ৰিয়া ৰোধ কৰিব নোৱাৰি। কিন্তু পাশ্চাত্যৰ ধ্যান-ধাৰণা আৰু সংস্কৃতিৰ সৰবৰাহ ভাৰতবৰ্ষত এনে দ্ৰুত গতিত হ'ব লাগিছে যে অদূৰ ভৱিষ্যতে ই আমাৰ বাবে এক প্ৰত্যাহ্বান হৈ পৰিব।

এয়া মানৱ জাতিৰ বৌদ্ধিক সাফল্যৰ নিদৰ্শন। সম্পদ সৃষ্টি, জ্ঞানৰ বিস্ফোৰণৰ ভূমিকা চমকপ্ৰদ। আজিৰ বিশ্বত তথ্য প্ৰযুক্তি (ICT) বিপ্লৱ ঘটিছে, যাৰ ফলত নিতৌ ১০ ট্ৰিলিয়ন বিট্ছৰ তথ্যৰ সৰবৰাহ হয়। যোৱা ৫০ বছৰৰ ভিতৰত কম্পিউটাৰৰ ক্ষমতা দহ বিলিয়ন গুণ বৃদ্ধি পাইছে। আজিৰ বিশ্বত তিনিশ বিলিয়ন কম্পিউটাৰ চিপ্‌ছ আছে। মাইক্ৰচিপছৰ আকাৰ আৰু দক্ষতা আগতকৈ অনেক গুণে বৃদ্ধি হৈছে; অৰ্থাৎ ৭ নিযুত টেনজিছ্টৰে গঠিত এটা ডাক টিকটতকৈ সৰু মাইক্ৰ'চিপ্‌ছ আজিৰ বিজ্ঞানীয়ে তৈয়াৰ কৰিবলৈ সক্ষম হৈছে। কম্পিউটাৰ বিজ্ঞানীসকলে আশা কৰিছে যে অহা ২০১৫ চনত টেৰা পিচি (Ters-PC) আৰু ২০৩০চনত পেটা পিচি (Peta-PC) সৃষ্টি হ'ব। তেতিয়াৰ বিশ্বখন ইমান দ্ৰুতগতিত আগবাঢ়িব যে আজিৰ গতিত আগবঢ়া ভাৰতীয় শিক্ষা পদ্ধতিয়ে লগ ধৰিব নোৱাৰিব। গতিকে ভাৰতীয় শিক্ষা পদ্ধতিৰ এক পৰ্যালোচনাৰ অতীৱ প্ৰয়োজন হৈছে।

## বিশ্বায়ন

২১ শতিকাৰ আৰম্ভণিৰ পৰা এটা শব্দই চৌদিশে ৰজনজনাই আছে, সেয়া হৈছে বিশ্বায়ন। বিশ্বায়ন মানে হৈছে তথ্য, ধাৰণা, প্ৰযুক্তি, সামগ্ৰী, চাকৰি বা বৃত্তি, মূলধন, অৰ্থনিয়োগ আৰু মানুহৰ পৃথিৱীৰ এমূৰৰ

পৰা আন মূৰলৈ বাধাহীন প্ৰবাহৰ ফলত বিভিন্ন দেশৰ মাজত সাংস্কৃতিক, সামাজিক, ৰাজনৈতিক আৰু অৰ্থনৈতিক সমন্বয়ো গঢ়ি উঠিছে। সামাজিক আৰু সাংস্কৃতিক আন্তঃপ্ৰবাহৰ সকলো ক্ষেত্ৰতে কিন্তু গ্ৰহণযোগ্য নহয়।

২১ শতিকাত সামাজিক আৰু অৰ্থনৈতিক বিকাশৰ বাবে চেষ্টা প্ৰতিখন দেশে এই বিশ্বায়নৰ পৰা উদ্ভৱ হোৱা প্ৰত্যাহ্বানৰ সন্মুখীন হ'ব লাগিব। বহুতো নতুন নতুন দিশ বিশ্বায়নৰ প্ৰভাৱত সৃষ্টি হৈছে, যেনে— বজাৰমুখী অৰ্থনীতি, বিশ্বজনীন গ্ৰাহক বজাৰ, ব্যাপক সংযোগীকৰণ ইত্যাদি। শিক্ষাখণ্ডত বিশ্বায়নৰ প্ৰভাৱ পৰা প্ৰধান কাৰণকেইটা হৈছে—

(ক) উচ্চ শিক্ষাৰ আৰ্থিক অনুদান হ্ৰাস,
(খ) ব্যক্তিগত খণ্ডৰ প্ৰাধান্য বৃদ্ধি,
(গ) তথ্য-প্ৰযুক্তি সম্পৰ্কীয় বিষয়বোৰৰ অন্তৰ্ভুক্তিকৰণ আৰু সেইবোৰৰ বৰ্ধিত চাহিদা,
(ঘ) তথ্য-প্ৰযুক্তিৰ ব্যাপক ব্যৱহাৰ
(ঙ) বিশেষকৈ উৎকৰ্ষতা, গুণগত কৌশল আৰু প্ৰতিদ্বন্দ্বিতামূলক পৰিবেশৰ দিশত বৰ্ধিত গুৰুত্ব।

## নেটৱৰ্কিং ঃ এক নতুন ধাৰণা

উচ্চ শিক্ষাত 'নেটৱৰ্কিং' এটা নতুন ধাৰণা। জ্ঞানৰ বিস্ফোৰণৰ ফলত শিক্ষাৰ চাহিদা আৰু ন-ন কৌশলগত জ্ঞানৰ গুৰুত্ব বাঢ়িছে। নেটৱৰ্কিঙৰ ধাৰণা আৰু ইয়াৰ প্ৰয়োগৰ আধাৰ হৈছে তথ্য আৰু সংযোগ প্ৰযুক্তি (Information and Communication) বা (ITC)। এই আই চিটিৰ সহায়ত ছেটেলাইট চেনেলৰ মাধ্যমেদি বিশ্বৰ ছাত্ৰ-ছাত্ৰীসকলক বিশ্বৰ ডাঙৰ বিশ্ববিদ্যালয়বোৰে শিক্ষা প্ৰদান কৰে। শ্ৰেণী কোঠাৰ আনুষ্ঠানিক শিক্ষা পদ্ধতি আজি গৌণ হৈ পৰিছে আৰু শিক্ষককেন্দ্ৰিক পদ্ধতিৰ গুৰুত্ব কমি আহিছে। গতিকে শিক্ষা আহৰণ আৰু শিক্ষণ পদ্ধতি আজি সম্পূৰ্ণ আধুনিক, অৰ্থাৎ শিক্ষাৰ্থীকেন্দ্ৰিক হৈ পৰিছে। এই শিক্ষাৰ্থীকেন্দ্ৰিক পদ্ধতিৰ প্ৰচলন সম্ভৱ হৈছে 'আই চি টি'ৰ কাৰণে। আই চি টিক তিনি ভাগত ভগাব পাৰি।

(ক) জনসংযোগ প্ৰযুক্তি — ৰেডিঅ', টিভি, টেলিকনফাৰেন্সিং আৰু কেছেট,

(খ) ব্যক্তিসংযোগ প্ৰযুক্তি — টেলিফোন, পিচি, ফেক্স, ই-মেইল আৰু ইণ্টাৰনেট,

(গ) জ্ঞান-ভিত্তিক প্ৰযুক্তি— মাল্টিমেডিয়া, লাৰ্ণিং পেকেজ, ... আহৰণ মেচিন।

## আন্তঃজাতীয়কৰণ

আন্তৰ্জাতিক শিক্ষা মানে এখন দেশৰ ছাত্ৰ-ছাত্ৰীয়ে অন্য এখন দেশত থাকি বিশ্ববিদ্যালয়ৰ শিক্ষা গ্ৰহণ কৰা। ইউনেস্ক'ৰ (১৯৯৮) ... মতে বিশ্বত এনে ছাত্ৰৰ মুঠ সংখ্যা একৰ পৰা পাঁচ নিযুত। বিশ্বৰ ... শিক্ষাৰ আন্তৰ্জাতিক বজাৰখনৰ মূল্য ২৩০ বিলিয়ন মাৰ্কিন ডলাৰ। আমেৰিকা যুক্তৰাষ্ট্ৰত বিভিন্ন বিষয়ত শিক্ষা গ্ৰহণ কৰি থকা বিদেশী ছাত্ৰৰ মুঠ সংখ্যা ৭,৯৪,০০ জন। আৰু সেই দেশে অৰ্জন কৰে ১২.৯ বিলিয়ন ডলাৰ, অৰ্থাৎ যুক্তৰাষ্ট্ৰৰ অৰ্থ উপাৰ্জনৰ ক্ষেত্ৰত উচ্চ শিক্ষা পঞ্চম ... সেৱা।

বৰ্তমানৰ পৰিস্থিতিত খাপ খাব পৰাকৈ উচ্চখাপৰ কৌশলী ... উচ্চমানৰ ব্যক্তি তৈয়াৰ কৰিবৰ বাবে প্ৰয়োজন আধুনিক সা-সৰঞ্জামেৰে সু-সজ্জিত শিক্ষানুষ্ঠানৰ। ইয়াৰ বাবে প্ৰয়োজন হয় প্ৰচুৰ অৰ্থৰ। ... উন্নত দেশবোৰে শিক্ষানুষ্ঠানবোৰক নিজাববীয়াকৈ অৰ্থ উৎপাদন কৰিবলৈ নিৰ্দেশ দিছে। অৰ্থ উৎপাদনৰ কাৰণে সহজলভ্য ক্ষেত্ৰসমূহ হৈছে—

(১) শিল্প উদ্যোগ,

(২) ব্যৱসায় সংঘ,

(৩) জনসাধাৰণৰ দান-বৰঙণি,

(৪) গৱেষণা প্ৰকল্প আৰু

(৫) আন্তৰ্জাতিক ছাত্ৰ আদি।

এইবোৰৰ ভিতৰত তৃতীয় বিশ্বৰ আৰু উচ্চ শিক্ষাৰ বুনিয়াদ ... দেশবোৰৰ আন্তৰ্জাতিক ছাত্ৰ-ছাত্ৰীসকলক আকৰ্ষণ কৰাৰ ... সুবিধাটোকৈ ভাল বুলি উন্নত দেশবোৰে বিবেচনা কৰে।

## উন্নয়নশীল দেশৰ পৰিদৃশ্য

বহু সমস্যাৰে জৰ্জৰিত উন্নয়নশীল দেশবোৰৰ কাৰণে শিক্ষাৰ ক্ষেত্ৰত বিশ্বায়ন হৈ পৰিছে এক ভাবুকিস্বৰূপ। প্ৰত্যাহ্বান গ্ৰহণ কৰাৰ মানসিকতাৰ বিপৰীতে সৃষ্টি হৈছে সংশয়ৰ। অৰ্থনীতিত ন'বেল পুৰস্কাৰ বিজেতা (২০০১ চনৰ) জোচেফ ষ্টিগ্‌লিট্‌ছে তেওঁৰ ***Globalisation and its discontents*** নামৰ কিতাপখনত এইদৰে লিখিছে—

> "The West acting through the IMF and WTO has seriously mismanagement on the process of privatisation, liberalization and stabilisation and that by following its advice, many 3rd World counutries and former communist states are actually worse off now, then they were before. Globalisation today is not working for much of the environment. It is not working for the stability of the Global economy."

অধ্যাপক জোছেফৰ লেখাৰ সত্যাসত্য প্ৰমাণিত হয় ২১ শতিকাৰ বিশ্বৰ উন্নত দেশৰ লগত উন্নয়নশীল দেশৰ মানুহৰ ব্যয়ৰ বৈষম্য তুলনা কৰিলে। বিশ্বৰ আটাইতকৈ ধনী মানুহৰ ২০ শতাংশই বিশ্বৰ জি এন পি ৮৬ শতাংশ উপভোগ কৰে। বিশ্বৰ ৰপ্তানি বজাৰখনৰ ৮২ শতাংশ আৰু পোনপটীয়া বিদেশী বিনিয়োগৰ ৬৮ শতাংশ তেওঁলোকৰ। ফলত ধনী-দুখীয়াৰ শ্ৰেণী বিভাজন বৃদ্ধি পাইছে। ১৯৭০ চনত ধনী : দুখীয়া আছিল ৩০ : ১, এতিয়া এই অনুপাত ৭৪ : ১।

## ভাৰতবৰ্ষ

আজিৰ ইণ্টাৰনেট, যোগাযোগ ছেটেলাইট আৰু ছুপাৰছনিক পৰিবহণৰ যুগত কোনো দেশেই নিজৰ ভৌগোলিক বেষ্টনীৰ মাজত অকলশৰীয়াকৈ সোমাই থাকিব নোৱাৰে। ভাৰতবৰ্ষয়ো নোৱাৰে। গতিকে বিশ্বায়ন পৰিয়ালৰ সদস্য হ'বই লাগিব। বৰ্তমান ১৪২ খন ৰাষ্ট্ৰই বিশ্ব বাণিজ্য সংস্থাৰ সদস্য হ'বৰ বাবে ইচ্ছা প্ৰকাশ কৰিছে।

ভাৰতবৰ্ষই বিশ্ব বাণিজ্য সংস্থা আৰু গেইট্‌ছত অন্তৰ্ভুক্তিৰ স্বাক্ষৰ প্ৰদান কৰাৰ বাবে ২০০৫ চনত বিদেশী বিশ্ববিদ্যালয়, মহাবিদ্যালয় আৰু

গৱেষণা কেন্দ্রবোৰ, বহুজাতিক প্ৰতিষ্ঠানবোৰৰ দৰে ভাৰতত থিতাপি ল'ব। ভাৰতবৰ্ষত সংখ্যাগতভাৱে বিশ্ববিদ্যালয় আৰু মহাবিদ্যালয় বহুত হ'লেও ১৭ বছৰৰ পৰা ২৩ বছৰ বয়স গ্ৰুপৰ যুৱক-যুৱতী মুঠ ১০,৭১,১৬,৭০৮ জনৰ প্ৰায় ১০০ নিযুতেহে উচ্চশিক্ষাত নামভৰ্তি কৰে অৰ্থাৎ ৭ শতাংশইহে উচ্চশিক্ষা গ্ৰহণ কৰে। এই নিম্নতম অংশৰ ছাত্ৰ-ছাত্ৰীৰ বাবেও উচ্চশিক্ষাৰ শিতানত অৰ্থ ব্যয় কৰিবলৈ আজি ভাৰতবৰ্ষ অপাৰগ। এই সুবিধা বিদেশী ৰাষ্ট্ৰই অহা বছৰৰপৰা লোৱাৰ আশা খুৱেছে বেছি। অৱশ্যে, ভাৰতবৰ্ষই উচ্চ শিক্ষাৰ মান উন্নত কৰিবলৈ কিছুমান নতুন পদক্ষেপ গ্ৰহণ কৰিছে। যোৱা ছেপ্তেম্বৰ মাহত ভাৰতীয় মহাকাশ গৱেষণা কেন্দ্ৰৰ সৌজন্যত 'এডুছাট' নামৰ এটা উপগ্ৰহ আকাশমাৰ্গত নিক্ষেপ কৰা হয়। ই 'ভাৰচুয়েল' বিশ্ববিদ্যালয় হিচাপে কাম কৰিব। ভাৰতবৰ্ষৰ বিশ্ববিদ্যালয় আৰু মহাবিদ্যালয়বোৰে ন-ন বিষয়ৰ জ্ঞান গ্ৰহণ কৰিব পাৰিব। ইতিমধ্যে দক্ষিণ ভাৰতৰ কেবাখনো বিশ্ববিদ্যালয়ে এই এডুছাটৰ পৰা শিক্ষা গ্ৰহণ কৰিবলৈ যো-জা চলাইছে। আকৌ বিশ্ববিদ্যালয় অনুদান আয়োগে (UGC) উচ্চ শিক্ষাৰ পৰিস্থিতি গভীৰভাৱে চিন্তা কৰি ভাৰতৰ ২৬ খন বিশ্ববিদ্যালয়ক সামৰি এটা নতুন প্ৰ'গ্ৰেম 'পিহেড' (PIHEAD– Promotion of Indian Higher Education Abroad) হাতত লৈছে, যাতে বিদেশী ছাত্ৰ-ছাত্ৰীকো আকৰ্ষণ কৰিব পাৰে। উত্তৰ পূৰ্বাঞ্চলৰ কোনো এখন বিশ্ববিদ্যালয় এই ২৬ খন বিশ্ববিদ্যালয়ৰ তালিকাত অন্তৰ্ভুক্ত হোৱা নাই। এই 'পিহেড'ত এমহীয়াৰ পৰা চাৰিমহীয়া ছুটী ক'ৰ্ছৰ (SIP– Study India Programmes) ব্যৱস্থা আছে, যাতে উন্নত দেশৰ ছাত্ৰ-ছাত্ৰীয়ে অংশগ্ৰহণ কৰিব পাৰে। বিশ্বখন গোলকীয় গাঁৱলৈ ৰূপান্তৰিত হোৱাৰ বাবে শিক্ষাৰ লগতে সংস্কৃতি, ধ্যান-ধাৰণা, জীৱন-নিৰ্বাহ পদ্ধতি আদি দেশবোৰৰ মাজত বিনিময় ঘটিবলৈ আৰম্ভ কৰিছে। এই প্ৰক্ৰিয়া ৰোধ কৰিব নোৱাৰি। কিন্তু পাশ্চাত্যৰ ধ্যান-ধাৰণা আৰু সংস্কৃতিৰ সৰবৰাহ ভাৰতবৰ্ষত এনে দ্ৰুতগতিত হ'ব লাগিছে যে অদূৰ ভৱিষ্যতে ই আমাৰ বাবে এক প্ৰত্যাহ্বান হৈ পৰিব। গতিকে উচ্চ শিক্ষাৰ পৰিকল্পনা আৰু ৰূপায়ণ কিছু সতৰ্কতাৰে নকৰিলে হয়তো আমি হেৰাই যাব পাৰোঁ। ◈

# জ্ঞানৰ বিস্ফোৰণ ঃ
# আমাৰ বাবে এক প্ৰত্যাহ্বান

"যিটো জাতিয়ে, যিটো সংস্কৃতিয়ে যিটো সভ্যতাই সময়ে সময়ে অহা প্ৰত্যাহ্বানৰ সন্মুখীন হ'ব নোৱাৰে, সেইটো জাতি, সেইটো সংস্কৃতি, সেইটো সভ্যতাই এই বিশ্বৰ পৰা লোপ পায়।"— আৰ্ণল্ড টয়েনবি।

২১ শতিকাৰ মূলমন্ত্ৰ হৈছে জ্ঞান, সৃষ্টিশীলতা আৰু যোগাযোগৰ



কৌশল। উচ্চশিক্ষাই ইয়াত মুখ্য অৰিহণা যোগাইছে। অৰ্থনৈতিক ধাৰণাও সম্পূৰ্ণ বেলেগ হৈছে। মাটি, শ্ৰমিক আৰু উৎপাদনৰ পৰিৱৰ্তে অৰ্থনৈতিক উন্নতিৰ মুখ্য উপাদান জ্ঞান। জ্ঞান এতিয়া উদ্যোগ হিচাপে পৰিগণিত হৈছে। বিশ্বৰ 'বিকাশ উদ্যোগ' হিচাপে চিহ্নিত হৈছে মাইক্ৰ'-ইলেক্ট্ৰনিক্স, বায়'টেক্‌নল'জী, ডিজাইনাৰ মেটেৰিয়েল্‌ছ, টেলি-সংযোগ আদি। আন্তঃবৈষয়িক প্ৰযুক্তি-বিপ্লৱ এই ধাৰণাৰ ভেটি হিচাপে চিহ্নিত হৈছে।

ভৱিষ্যৎ-বিজ্ঞানী এলভিন টফ্লাৰে এই যুগক 'Third wave' বুলি অভিহিত কৰিছে। তেখেতে কৈছে— আমেৰিকাত যোৱা শতিকাতে এই যুগ আৰম্ভ হৈছে। জ্ঞানভিত্তিক অৰ্থনীতিৰ ফলত প্ৰতিযোগিতামূলক পৰিবেশ সৃষ্টি হৈছে আৰু ই প্ৰযুক্তি-কৌশলৰ গুণগত দিশৰ ওপৰত নিৰ্ভৰশীল। এই প্ৰতিযোগিতামূলক পৰিৱেশত অৰ্থনৈতিক বিকাশ ঘটোৱাৰ ক্ষেত্ৰত প্ৰথম স্থান গ্ৰহণ কৰা দেশখন হৈছে ছিঙ্গাপুৰ; দ্বিতীয় স্থানত আছে আমেৰিকা যুক্তৰাষ্ট্ৰ; ভাৰতৰ স্থান হৈছে ৬৯ত। তদুপৰি হ্ফটৱেৰ টেকনল'জী উদ্যোগৰ ফলত আমেৰিকাই অৰ্জন কৰিছে ৩০০ বিলিয়ন মাৰ্কিন ডলাৰ (১৯৯৮-৯৯) আৰু ১৯৯৮ চনত এক নিযুত চাকৰি সৃষ্টি কৰিছে। ১৯৯৯ চনৰ জুন মাহত আমেৰিকা বাণিজ্য সংস্থাই 'Emerging Digital Economy' শীৰ্ষক এখন ডকুমেণ্টত উল্লেখ কৰিছিল যে ২০০৩ চনৰ শেষত আমেৰিকাই তথ্য-প্ৰযুক্তি উদ্যোগৰ পৰা ৩.২ ট্ৰিলিয়ন ডলাৰ লাভ কৰিব।

এই যুগক বিস্ফোৰণৰ যুগ বুলি কোৱা হয়। কাৰণ ৰেডিঅ' আবিষ্কাৰ হোৱাৰ পৰা জনপ্ৰিয় হোৱালৈ সময় লাগিছিল ৩৮ বছৰ, কেবলৰ বাবে ১০ বছৰ; কিন্তু ইণ্টাৰনেটৰ জনপ্ৰিয়তাৰ বাবে সময় লাগিছিল মাত্ৰ ৫ বছৰ। আজি চাৰিওফালে এটাই শব্দ বিস্ফোৰিত হৈছে— নেট (Net); ই বিশ্বৰ কোটি কোটি মানুহৰ মাজত সমন্বয় স্থাপন কৰা আটাইতকৈ দ্ৰুতগতিৰ সংযোগ ব্যৱস্থা। সেই কাৰণে পাশ্চাত্য জগতত উচ্চ শিক্ষাৰ ওপৰত গুৰুত্ব দি ২১ শতিকাৰ শিক্ষা, উদ্দেশ্য আৰু লক্ষ্য ইউনেস্ক'ৰ দ্বাৰা প্ৰকাশিত 'Politics for change and Development in Higher Education' নামৰ ডকুমেণ্টখনত কোৱা হৈছে—

> "States and Society must percieve higher education not as a burden on federal budgets but as a long term domestic investment in order to increase competitiveness, Cultural development and Social Cohesion."

বিশ্বত এনে কিছুমান কেন্দ্ৰস্থল আছে, যিবোৰে জ্ঞানৰ বিস্ফোৰণৰ

ক্ষেত্ৰত নেতৃত্ব বহন কৰিছে আৰু সেইবোৰক উৎকৃষ্টতাৰ নিদৰ্শন হিচাপে গ্ৰহণ কৰিব পাৰি। তেনে এখন কেন্দ্ৰস্থল হৈছে— ব'ষ্টন চহৰ।

## প্ৰাচ্যৰ বষ্ট'ন ঃ উৎকৃষ্টতাৰ নিদৰ্শন

যোৱা ২০০২ চনত ছিঙ্গাপুৰৰ শিক্ষামন্ত্ৰী টিৱ' চি. হিনে ঘোষণা কৰিছিল যে উচ্চশিক্ষাৰ ক্ষেত্ৰত বিশ্বশ্ৰেষ্ঠ এখন শিক্ষানুষ্ঠান তৈয়াৰ কৰি ছিঙ্গাপুৰখনক প্ৰাচ্যৰ ব'ষ্টন হিচাপে গঢ় দিব পাৰি। প্ৰাচ্যৰ পেৰিচ হিচাপে খ্যাত ছিঙ্গাপুৰক এতিয়া যুক্তৰাষ্ট্ৰই মাছাছুছেট্ছৰ ৰাজধানী ব'ষ্টন চহৰৰ আৰ্হিত গঢ় দিব বিচাৰিছে। বিদ্যায়তনিক আৰু হাইটেক উদ্যোগৰ দিশত অপ্ৰতিদ্বন্দ্বী হিচাপে গঢ়ি উঠা আৰু উচ্চশিক্ষাৰ ক্ষেত্ৰত বিশ্বব্যাপী নেতৃত্ব বহন কৰা এই ব'ষ্টন চহৰ জগত বিখ্যাত।

এখন শিক্ষানুষ্ঠান গঢ়াটো যিমান সহজ, সিমান টান অবিৰত সৃষ্টিশীলতা আৰু বিদ্যায়তনিক উদ্ভাৱনৰ এটি পৰিবেশ সৃষ্টি কৰাটো। ব'ষ্টনসদৃশ অনুষ্ঠান গঢ়াটো কিমান কঠিন, সেই কথা উল্লেখ কৰি ব'ষ্টন কলেজৰ উচ্চশিক্ষাৰ অধ্যাপক ফিলিপ অল্টবেকে "Asia's Academic Aspiration" শীৰ্ষকেৰে এটি সুন্দৰ প্ৰবন্ধ প্ৰকাশ কৰিছিল। চাৰি লাখ ছাত্ৰ-ছাত্ৰীৰে প্ৰায় ৬০ খন বিখ্যাত শিক্ষানুষ্ঠানৰ চহৰ এই ব'ষ্টন। হাৰ্ভাৰ্ড, এম আই টি আৰু আমহাৰ্ষ্ট কলেজক লৈ টাফট্ছ কলেজ, ব'ষ্টন বিশ্ববিদ্যালয়, মাছাছুছেট্ছ কলেজ বা মেনেজমেণ্টৰ বেবচন কলেজ আদি আমেৰিকাৰ শীৰ্ষস্থানীয় শিক্ষানুষ্ঠানবোৰ ইয়াত অৱস্থিত।

## ব'ষ্টনৰ বৈশিষ্ট্য

### প্ৰতিযোগিতামূলক পৰিবেশ

ছাত্ৰৰ নামভৰ্তিকৰণত; শিক্ষক নিযুক্তি, গৱেষণাৰ বাবে প্ৰয়োজনীয় অৰ্থ মঞ্জুৰী আহৰণৰ ক্ষেত্ৰত আৰু মৰ্যাদাৰ বাবে ব'ষ্টনৰ শিক্ষা জগতখন অত্যন্ত প্ৰতিদ্বন্দ্বিতাপূৰ্ণ। যিবোৰ শিক্ষানুষ্ঠানে এই প্ৰতিযোগিতামূলক পৰিবেশত বৰ্তি থাকিব নোৱাৰে, সেই শিক্ষানুষ্ঠানবোৰ মৰি যায়। উদাহৰণস্বৰূপে ব্ৰেডফ'ৰ্ড কলেজখন বন্ধ হ'ল।

## বৌদ্ধিক স্বতন্ত্ৰতা ঃ

আমেৰিকাৰ উচ্চশিক্ষাৰ উন্নতিৰ বিকাশৰ মূল ভেটি হিচাপে স্বীকৃতি পাইছে ইয়াত বিৰাজমান বৌদ্ধিক আৰু বিদ্যায়তনিক স্বতন্ত্ৰতাৰ পৰিবেশে। অতীজ ভাৰতৰ 'সা বিদ্যা য়া বিমুক্তয়ে' (অৰ্থাৎ যি শিক্ষাই মানুহক বিমুক্ত কৰে) এই ধাৰণা ব'ষ্টনৰ ক্ষেত্ৰতহে যেন প্ৰযোজ্য, কাৰণ ৰাজনীতিৰ কোনো হস্তক্ষেপ ইয়াত নাই। অধ্যাপকসকলে কোনো প্ৰকাৰ সংকটৰ সন্মুখীন নোহোৱাকৈ আৰু কাৰো হস্তক্ষেপৰ বলি নোহোৱাকৈ মুক্ত মনেৰে গৱেষণা আৰু শিক্ষা-প্ৰক্ৰিয়াত লিপ্ত হ'ব পাৰে বা ... সেইকাৰণে বিশ্বৰ নিষ্ঠাবান বিজ্ঞানী বা শিক্ষকসকলে এবাৰ যদি ব'ষ্টনৰ ক্ষেত্ৰত জড়িত হ'ব পাৰে, তেন্তে উভতি আহিবলৈ নিবিচাৰে।

## ব্যক্তিগত খণ্ড ঃ

ব'ষ্টনৰ সৰহখিনি শিক্ষানুষ্ঠান ব্যক্তিগত খণ্ডৰ। শিক্ষানুষ্ঠানৰ পৰিচালনা, দৰমহা-পাতি আৰু ছাত্ৰ-ছাত্ৰীৰ বৃত্তি আদি সকলো খৰচ শিক্ষানুষ্ঠানে বহন কৰে। ডাঙৰ ডাঙৰ বায়'টেক উদ্যোগ, তথ্য-প্ৰযুক্তি উদ্যোগ আৰু অন্য জ্ঞানভিত্তিক উদ্যোগেৰে পৰিপূৰ্ণ ব'ষ্টনৰ শিক্ষানুষ্ঠানসমূহ।

যথেষ্ট ব্যয়বহুল হ'লেও ব'ষ্টনৰ পৰিবেশত শিক্ষিত হ'বলৈ বিশ্বৰ ছাত্ৰ-ছাত্ৰীসকলে বিচাৰে; কাৰণ ব'ষ্টনৰ শিক্ষা পদ্ধতি বিশ্বৰ সকলো পৰিবেশতে উপযোগী হয়। শিক্ষা পদ্ধতিৰ আন্তৰ্জাতিকীকৰণ উন্নত দেশবোৰে যোৱা শতিকাতেই আৰম্ভ কৰিছিল। আমেৰিকান কাউন্সিলে আন্তৰ্জাতিক শিক্ষা আয়োগে ১৯৯৫ চনত ইয়াৰ পৃষ্ঠপোষকতা কৰিছিল এইদৰে— 'Unless today's students develop the competence to function effectively in a global environment, they are unlikely to succeed in the 21st century.'

## আমাৰ বাবে এক প্ৰত্যাহ্বান ঃ

## বিশ্ববেংকৰ সমীক্ষা ঃ

বিশ্ববেংকে উচ্চশিক্ষাৰ বিশেষ প্ৰয়োজনীয়তাৰ কথা উল্লেখ কৰি

কৈছে যে আজিৰ বিশ্বত প্ৰাকৃতিক মূলধন আৰু প্ৰাকৃতিক সম্পদতকৈ মানৱ সম্পদৰ চাহিদা অধিক। ১৯২ খন দেশৰ ওপৰত এটা অধ্যয়ন চলাই বিশ্ববেংকে দেখুৱাইছে যে প্ৰাকৃতিক মূলধন আৰু প্ৰাকৃতিক সম্পদে দেশ এখনৰ অৰ্থনৈতিক উন্নতিৰ বিকাশত ক্ৰমে শতকৰা ১৬ আৰু ২০ ভাগহে অৰিহণা যোগায়। আনহাতে মানৱ সম্পদ অৰ্থাৎ গুণগত জ্ঞানৰ ব্যৱহাৰে যোগোৱা অৰিহণা শতকৰা ৬৪ ভাগ। বিশ্ববেংকৰ মন্তব্য অনুসৰি এখন দেশৰ অৰ্থনৈতিক বিকাশৰ বাবে বৰ্তমান উচ্চশিক্ষাত ছাত্ৰ-ছাত্ৰীৰ ভৰ্তিৰ অনুপাত শতকাৰ ২০ ভাগ থকাটো অপৰিহাৰ্য। আমাৰ দেশত বৰ্তমান ছাত্ৰ-ছাত্ৰীৰ সংখ্যা ৮.৮ নিযুত হ'লেও শতকৰা হিচাপত এই সংখ্যা মাত্ৰ ৭ ভাগহে।

## গোলকীকৰণ আৰু গেইটছ :

গোলকীকৰণৰ ফলত বিশ্বত বৰ্তমান নতুন সংস্কৃতিৰ যুগ আৰম্ভ হৈছে। বিশ্বখন গোলকীয় গাঁৱলৈ ৰূপান্তৰিত হোৱাৰ ফলত বিভিন্ন দেশৰ মাজত সাংস্কৃতিক বিনিময় ঘটিছে। ভৌগোলিক সীমাৰ কটকটীয়া বান্ধোন শিথিল হৈছে। ফলত বাণিজ্য, যোগাযোগ, শিক্ষা আদিৰ সমন্বয় ঘটি উন্নত দেশবোৰৰ প্ৰভাৱ বাঢ়িছে। ইতিমধ্যে বহুজাতিক প্ৰতিষ্ঠান যেনে, পেপ্‌চি, কোকাকোলা, হিন্দুস্থান লিভাৰ আৰু বিভিন্ন ঔষধ কোম্পানী যেনে, ছিবা, চেণ্ডোজ আদিয়ে লাভৰ সিংহভাগ শোষণ কৰি নিজ নিজ দেশলৈ নি আছে।

আনহাতে নিয়োজনৰ আৰ্হিও সলনি হৈছে। চৰকাৰী চাকৰিৰ সংখ্যা হ্ৰাস হৈ আহিছে যদিও বিভিন্ন উদ্যোগবোৰৰ উৎপাদন ডিজাইন ন-ন উদ্ভাৱনমূলক প্ৰক্ৰিয়া, উৎপাদন-নিৰ্মাণৰ নতুন কৌশল, ই-মাৰ্কেটিং বা বিজ্ঞাপন আৰু বিপনন কৌশল আদিৰ সুসজ্জিত হোৱা বাবে মানৱ সম্পদৰ প্ৰয়োজন হৈছে ন-ন শৈলীৰ। সেইকাৰণে 'ছাৰ্ভিচ ছেক্টৰ'ৰ উচ্চশিক্ষাৰ শিতানত বিভিন্ন প্ৰকাৰৰ চাকৰিৰ সংখ্যা বেছি। অহা ২০ বছৰৰ ভিতৰত বিশ্বৰ স্তৰত শতকৰা ৬০ ৰ পৰা ৭০ ভাগ চাকৰি উচ্চশিক্ষাৰ শিতানত ওলাব। কাৰণ বিশ্বৰ অৰ্থনীতিত শতকৰা ৮০ ভাগ

সেৱাখণ্ডই অৰিহণা যোগাব। বিশ্ববিদ্যালয় অনুদান আয়োগৰ অধ্যক্ষ অধ্যাপক অৰুণ নিগৱেকাৰে 'Quality in Higher Education' শীৰ্ষকেৰে নতুন দিল্লীত প্ৰদান কৰা এটি ভাষণত কৈছে—

> "The world is looking for not only persons who are experts and/ or innovators at high end but also for highly skilled persons who can work at second or third level. Hence globally the demands increasing in pure science and technology sectors in social and humanity areas, in economics and commerce domain as well as in utility sectors."

'জেনেৰেল এগ্ৰীমেণ্ট অ'ন ট্ৰেড ইন ছাৰ্ভিচ' (গেইট্‌ছ) হৈছে— সেৱাৰ আন্তৰ্জাতিক বাণিজ্য নিয়ন্ত্ৰণৰ বাবে কিছুমান নিয়ম। ১৯৯৫ চনত কাৰ্যকৰী হোৱা গেইট্‌ছক বিশ্ব বাণিজ্য সংস্থাৰ পৃষ্ঠপোষতকতাত সম্পাদন কৰা হয়। ১২ টা বিষয় সেৱাৰ আন্তৰ্জাতিক বাণিজ্যত অন্তৰ্ভুক্ত মুখ্যতঃ উচ্চ শিক্ষা, যোগাযোগ, স্বাস্থ্য, টুৰিজিম, ট্ৰেভেল, কনষ্ট্ৰাকশ্যন আৰু ইঞ্জিনীয়াৰিং আদি।

২০০১ চনৰ নৱেম্বৰ মাহত বিশ্ব বাণিজ্য সংস্থাই এইবুলি প্ৰস্তাৱ গ্ৰহণ কৰিছিল যে—

> 'The nogotiations on trade in services will be conducted with a view to promoting the economic growth of all trading partners and the development of developing and least-developing countries (WTO,2001)'।

ভাৰতবৰ্ষই বিশ্ব বাণিজ্য সংস্থাৰ এই চুক্তিপত্ৰত সন্মতি প্ৰদান কৰি স্বাক্ষৰ কৰিছে আৰু ২০০৩ চনৰ প্ৰথম এপ্ৰিলৰ পৰা শিক্ষাক 'সেৱা উদ্যোগ' হিচাপে গণ্য কৰা হ'ব বুলি ঘোষণা কৰিছে।

এই ২০০৩ চনৰ এপ্ৰিল মাহৰ পৰা গেইট্‌ছ চুক্তি অনুসৰি বিদেশী সংস্থাবোৰে ভাৰতবৰ্ষত শিক্ষাকেন্দ্ৰ নিম্নলিখিত প্ৰকাৰে আৰম্ভ কৰিব বুলি

আশা কৰিব পাৰি—

- বিশ্ববিদ্যালয়,
- মহাবিদ্যালয়,
- গৱেষণা কেন্দ্ৰ।

তেতিয়া ভাৰতবৰ্ষত উচ্চশিক্ষাৰ অনুষ্ঠানবোৰে ভয়ানক সংকটৰ সন্মুখীন হ'ব পাৰে; কাৰণ বিদেশী সংস্থাবোৰে প্ৰচুৰ অৰ্থব্যয়েৰে অত্যাধুনিক বুনিয়াদী সুবিধা আৰু উন্নত শিক্ষণ আহৰণ পদ্ধতিৰে এই অনুষ্ঠানবোৰ আৰম্ভ কৰিব, লোভনীয় দৰমহাৰে আমাৰ কৃতী শিক্ষকসকলক নিযুক্তি দিব। এই অনুষ্ঠানবোৰত অধ্যয়ন কৰা ছাত্ৰ-ছাত্ৰীসকলে বিদেশত গৱেষণা কৰা বা চাকৰি কৰাৰ সুবিধা এই বিদেশী সংস্থাবোৰৰপৰা পোৱাৰ আশা কৰিব পাৰে। এনেস্থলত বহুতো ভাৰতীয় শিক্ষানুষ্ঠান মৰি যোৱাৰ সম্ভাৱনা নুই কৰিব নোৱাৰি। প্ৰসঙ্গক্ৰমে মুক্ত বজাৰ অৰ্থনীতিৰ প্ৰভাৱত ভাৰতত কি অৱস্থা হৈছে, তাক উনুকিয়াব পাৰি। অৰ্থনীতিত উদাৰীকৰণে মানুহক আকৰ্ষণ কৰিলেও দেশীয় বস্তুৰ প্ৰতি অৱহেলাৰ সৃষ্টি কৰিছে। ক্ৰমে অৰ্থনীতিৰ স্বতন্ত্ৰতা আৰু সাৰ্বভৌমত্বৰ ওপৰত আঘাত পৰিছে অভাৱনীয়ভাবে। বিগত পাঁচবছৰৰ সমীক্ষাত প্ৰকাশ পাইছে কিছুমান চিন্তনীয় তথ্য (Outlook, 25 June 2001)— ৭ লাখ ক্ষুদ্ৰ ব্যৱসায় বন্ধ হ'ল, ৭ হাজাৰ সৰু-ডাঙৰ উদ্যোগ বন্ধ হ'ল আৰু দহ নিযুত ভাৰতীয় চাকৰি হেৰুৱাই সৰ্বহাৰা হ'ল।

## প্ৰত্যাহ্বানৰ সন্মুখীন হ'ব পৰা ব্যৱস্থা ঃ

উচ্চশিক্ষাৰ ক্ষেত্ৰত বিশ্বৰ বজাৰখন বৰ লাভজনক। ১৯৯৫-৯৬ চনৰ হিচাপ মতে ইয়াৰ মূল্য ২৭ বিলিয়ন মাৰ্কিন ডলাৰ, দহ বছৰৰ ভিতৰত ইয়াৰ মূল্য ৫০ বিলিয়ন ডলাৰলৈ বৃদ্ধি হোৱাৰ আশা আছে।

১৯৯৭-৯৮ চনৰ সমীক্ষানুসৰি ৩১ হাজাৰ ভাৰতীয় ছাত্ৰ-ছাত্ৰী কেৱল যুক্তৰাষ্ট্ৰলৈ যায় উচ্চ শিক্ষা অৰ্থাৎ বিশ্ববিদ্যালয় আৰু মহাবিদ্যালয়ত অধ্যয়ন কৰিবলৈ। তাৰ বাবে মুঠ ৬২ কোটি ডলাৰ ভাৰতৰ পৰা বহিঃপ্ৰবাহ হয়। অৱশ্যে ৮.৮ নিযুত ছাত্ৰ-ছাত্ৰীৰ তুলনাত ৩১ হাজাৰ

সংখ্যাগতভাবে নগণ্য। গতিকে উন্নত আৰু আধুনিক সা-সৰঞ্জামেৰে সজ্জিত কৰি বিদেশী শিক্ষানুষ্ঠানবোৰ ভাৰতত খুলি উচ্চ শিক্ষাৰ বজাৰ যদি দখল কৰিব পাৰে, তেন্তে কিমান লাভবান হ'ব সেই উন্নত দেশবোৰ
গেইট্ছৰ এই দৰ্শন বাস্তবায়িত হোৱাৰ লগে লগে ভাৰতৰ এক প্ৰত্যাহ্বানৰ সন্মুখীন হোৱাৰ সম্ভাবনা প্ৰকট হৈ পৰিছে। বিশ্ববিদ্যালয় মঞ্জুৰী আয়োগে এই আহিবলগা বিপদ উপলব্ধি কৰি ইতিমধ্যে এক বিশেষজ্ঞ কমিটি গঠন কৰিছে। উদ্দেশ্য —শিক্ষণক সেৱা-উদ্যোগ হিচাপে ব্যৱহাৰ কৰাৰ ফলত উদ্ভৱ হ'বলগীয়া সমস্যা কি কৌশলেৰে সমাধান কৰা হ'ব তাৰ বাবে ব্যৱস্থাপনা গ্ৰহণ কৰা।

বিশ্ববিদ্যালয় মঞ্জুৰী আয়োগে কিছুমান প্ৰশংসনীয় কাম ইতিমধ্যে বিশেষ আঁচনিৰ জৰিয়তে হাতত লৈছে—

### ইণ্টাৰনেট সাক্ষৰতা ঃ

শিক্ষণ-আহৰণ প্ৰক্ৰিয়াৰ আধুনিকীকৰণৰ বাবে নেশ্যনেল এছ'চিয়েশ্যন আৰু ছফট্ৱেৰ কোম্পানীৰ লগত যুটীয়া প্ৰচেষ্টা (কলেজ শিক্ষকৰ বাবে)।

### উৎকৰ্ষৰ কেন্দ্ৰ হিচাপে ঃ

কিছুমান বিশ্ববিদ্যালয় আৰু মহাবিদ্যালয় চিনাক্তকৰণ কৰা হৈছে আৰু ইয়াৰ বাবে ইতিমধ্যে চৰকাৰে ৩০/৪০ কোটি টকাৰ অনুদান আগবঢ়াইছে। যুটীয়া প্ৰচেষ্টাৰে (Tie-up) বিদেশী বিশ্ববিদ্যালয়ৰ লগত পোনপটীয়া সংযোগ স্থাপন কৰাৰ ব্যৱস্থা কৰা হৈছে। ইতিমধ্যে কেবাখনো বিশ্ববিদ্যালয় আৰু মহাবিদ্যালয়ে (ক্ৰাইষ্ট কলেজ, এছ এন ডি টি বিশ্ববিদ্যালয় আদি) সংযোগ স্থাপন কৰিছে। অসমৰ বিশ্ববিদ্যালয়কেইখনে, অসম কলেজ শিক্ষক সংস্থা, অসম কলেজ অধ্যক্ষ পৰিষদ আৰু অসম চৰকাৰে এই দিশত একেলগে মিলিত হৈ এটা আঁচ সমাধান উলিয়াব পাৰে।◈

# বিশ্ববিদ্যালয় আৰু আমি

**"আমাৰ দেশৰ ভৱিষ্যৎ যুৱক-যুৱতীসকলৰ ওপৰত নির্ভৰ কৰিছে, যিসকলৰ সৰহভাগেই মহাবিদ্যালয়, বিশ্ববিদ্যালয়ত আছে। তেওঁলোকৰ গুণগত দিশ কেনেকুৱা, এই জানিবলৈ মই বৰ আগ্রহী। মই সৃষ্টিশীল মন বিচাৰো। মই জানো, বিশ্ববিদ্যালয়ে সৃষ্টিশীলতা তৈয়াৰ কৰিব নোৱাৰে, কিন্তু এটা পৰিবেশ সৃষ্টি কৰিব পাৰে, য'ত সৃষ্টিশীলতা, মন আৰু শৰীৰৰ সজীৱতা বিকাশ হ'ব পাৰে।"**

— জৱাহৰলাল নেহৰু।

বিশ্ববিদ্যালয়— ইয়াৰ ধাৰণাটো বহু পুৰণি। বিশ্ববিদ্যালয়ক কেন্দ্ৰ কৰি সমাজ চলিছিল। সভ্যতা, সংস্কৃতি, জ্ঞান-বিজ্ঞান, দৰ্শন আৰু জীৱন ধাৰাৰ কেন্দ্ৰ আছিল এই বিশ্ববিদ্যালয়সমূহ। নালন্দা, তক্ষশীলা, বিক্রমশীলা, উজ্জেইন বা বাৰাণসী আদি ঠাইবোৰ উৎকৰ্ষ সাধনৰ কেন্দ্ৰ

আছিল। এই পৱিত্ৰ ঠাইবোৰত থকা শিক্ষানুষ্ঠানবোৰ দেশৰ বা স...
আদৰ্শস্বৰূপ আৰু পথ প্ৰদৰ্শক আছিল। উচ্চ মনৰ, সৎ চৰিত্ৰবান ...
গঢ়াৰ কেন্দ্ৰ আছিল। তৈত্তেৰীয় উপনিষদত সেই যুগৰ জ্ঞান, ...
দৃষ্টিভংগী আৰু দূৰদৰ্শিতাৰ আভাস পোৱা যায়। পাশ্চাত্যৰ মনীষী...
প্ৰাচীন ভাৰতৰ শিক্ষা-ব্যৱস্থাক ভূয়সী প্ৰশংসা তথা শ্ৰদ্ধা জ্ঞাপন ক...
কাৰণ এই ব্যৱস্থাই গভীৰ জ্ঞান, বাস্তৱধৰ্মী দৃষ্টিভংগী, সামাজিক ...
বোধ তথা প্ৰকৃত মানুহ গঢ়াৰ ক্ষেত্ৰত গুৰুত্ব আৰোপ কৰিছে। ...
কাৰণে মাৰ্ক টুৱেইনে ভাৰতবৰ্ষৰ প্ৰতি এনেদৰে মন্তব্য কৰিছে—

> 'India is the cradle of the human race, the birth place of human speech, the mother of history, the grandmother of legend and the great grand-mother of tradition. Our most valuable and most instructive lessons in the history of man are treasured in India'।

তেতিয়াৰ ভাৰতীয় শিক্ষাপদ্ধতিয়ে ছাত্ৰ-ছাত্ৰীৰ শাৰীৰিক, নৈ...
মানসিক আৰু আধ্যাত্মিক দিশৰ উৎকৰ্ষ সাধন কৰি এজন প্ৰকৃত মা...
গঢ়াৰ শিক্ষা দিব পাৰিছিল। বিশ্ববিদ্যালয়ৰ আদৰ্শ আছিল একো এ...
মুক্ত মনৰ, মুক্ত চিন্তাৰ ব্যক্তি গঢ়াৰ— 'সা বিদ্যা য়া বিমুক্তয়ে'।

খৃষ্টাব্দ তিনি শতিকাৰ পৰা ১২ শাতিকালৈকে নাল...
বিশ্ববিদ্যালয়ে প্ৰভাৱ বিস্তাৰ কৰিছিল। বিশ্বৰ বিভিন্ন ঠাই বিশেষকৈ ...
আৰু দক্ষিণ পূব এছিয়াৰ পৰা বহুতো ছাত্ৰ-ছাত্ৰী আৰু পণ্ডিতে ...
অৰ্জন কৰিবলৈ এই বিশ্ববিদ্যালয়লৈ আহিছিল। প্ৰায় ১০,০০০ৰো অ...
পণ্ডিত আৰু গৱেষকেৰে ভৰি আছিল এই বিশ্ববিদ্যালয়। নালন্দা...
উপৰিও তক্ষশীলা, উজ্জৈইন আৰু বিক্ৰমশীলাত কলা, সাহিত্য, বৌ...
হিন্দু ধৰ্ম আৰু দৰ্শন, অৰ্থশাস্ত্ৰ (অৰ্থনীতি আৰু ৰাজনীতি), আইন ...
আয়ুৰ্বিজ্ঞান আদি বিষয়বোৰৰ শিক্ষাদান আৰু শিক্ষা অৰ্জনৰ ...
আছিল। প্ৰত্যেকখন বিশ্ববিদ্যালয়ে কিছুমান বিশেষ বিশেষ বিষয়ত বু...
লাভ কৰিছিল। আয়ুৰ্বিজ্ঞানৰ ক্ষেত্ৰত তক্ষশীলা আৰু জ্যোতিষ বিজ্ঞা...

ক্ষেত্ৰত উজ্জেইন বিশ্ববিদ্যালয়ে আচুতীয়াকৈ খ্যাতি অৰ্জন কৰিছিল। কিন্তু নালন্দা বিশ্ববিদ্যালয় আটাইতকৈ বৃহৎ কেন্দ্ৰ আছিল, য'ত আটাইবোৰ বিষয়ৰ বিশেষজ্ঞসকলে গৱেষণা কৰিছিল।

কিন্তু সাৰ্বজনীন শিক্ষাৰ প্ৰসাৰ ভাৰতত ইংৰাজসকল অহাৰ পিছৰ পৰাহে ঘটে। আধুনিক শিক্ষা যেনে- গণিত, প্ৰাকৃতিক দৰ্শন, ৰসায়ন, আয়ুৰ্বিজ্ঞান আৰু অন্যান্য ব্যৱহাৰিক শিক্ষা আদি যেতিয়াৰ পৰা আৰম্ভ হয়, তেতিয়াৰ পৰা শিক্ষা প্ৰদানৰ ধাৰণা অতীত ভাৰতৰ ধাৰণাৰ পৰা আঁতৰি আহে। পাশ্চাত্য শিক্ষাৰ আধাৰত যদিও ভাৰতত শিক্ষা প্ৰৱৰ্তন হৈছিল, ভাৰতীয় মানুহক কিন্তু পাশ্চাত্য শিক্ষাৰ দৰ্শনেৰে শিক্ষিত কৰাৰ উদ্দেশ্য নাছিল। উদ্দেশ্য আছিল কেৱল আধা ইংৰাজ আৰু আধা ভাৰতীয় কৰাৰ। শিক্ষাবিদ তথা ভাৰতত পাশ্চাত্য শিক্ষাৰ প্ৰৱৰ্তক লৰ্ড মেক'লেৰ টোকাৰ পৰা এই ধাৰণা স্পষ্ট হৈ উঠে —

> 'The propotion of European literature and science amogst the natives of India is to form a class of persons Indian in blood and colour, but Englisg in tastes, in openion, in moral and in intellect'।

সেইকাৰণে বিশ্ববিখ্যাত শিক্ষাবিদ লৰ্ড এছবিয়ে এই বিষয়ত সমালোচনা কৰি কৈছিল যে লণ্ডন বিশ্ববিদ্যালয়ৰ এক্সটাৰনেল ৰেজিষ্ট্ৰেশ্যন পদ্ধতিৰ সলনি অক্সফ'ৰ্ড বা কেম্ব্ৰিজ বিশ্ববিদ্যালয়ৰ শিক্ষাৰ আৰ্হিত ভাৰতীয় শিক্ষা পদ্ধতিৰ ভেটি গঢ় দিব লাগিছিল। এই ক্ষেত্ৰত তেখেতৰ মন্তব্য অতি গুৰুত্বপূৰ্ণ বুলি বিবেচনা কৰিব পাৰি—

> 'At independence the Indians inherited in their universities a massive invalid unable to respond to any kind of simple treatment'।

স্বৰাজোত্তৰ কালত এই দৰ্শন আগত ৰাখি শিক্ষা আয়োগ গঠন হ'ব লাগিছিল। ইতিমধ্যে কেইবাটাও শিক্ষা আয়োগ গঠন হ'ল। তুলনামূলকভাৱে বিদ্যালয়, মহাবিদ্যালয় আৰু বিশ্ববিদ্যালয়ৰ সংখ্যাও বাঢ়িল। বিজ্ঞানী আৰু প্ৰযুক্তিবিদ সৃষ্টি কৰি সংখ্যাত দ্বিতীয় স্থান অৰ্জন

কৰি বিশ্বত অভিলেখ স্থাপন কৰিলে। তথাপিও লৰ্ড এছবিৰ কথাষাৰ এই জ্ঞানৰ বিস্ফোৰণৰ যুগত তথা ২১ শতিকাত আজিও সজীৱ হৈ আছে। অৰ্থাৎ গুণগত শিক্ষাৰ দিশত ভাৰত আজিও উন্নত দেশৰ তুলনাত পিচপৰি

**খৃষ্টাব্দ তিনি শতিকাৰ পৰা ১২ শাতিকালৈকে নালন্দা বিশ্ববিদ্যালয়ে প্ৰভাৱ বিস্তাৰ কৰিছিল। বিশ্বৰ বিভিন্ন ঠাই বিশেষকৈ চীন আৰু দক্ষিণ পূব এছিয়াৰ পৰা বহুতো ছাত্ৰ-ছাত্ৰী আৰু পণ্ডিতে জ্ঞান অৰ্জন কৰিবলৈ এই বিশ্ববিদ্যালয়লৈ আহিছিল। প্ৰায় ১০,০০০ৰো অধিক পণ্ডিত আৰু গৱেষকেৰে ভৰি আছিল এই বিশ্ববিদ্যালয়। নালন্দাৰ উপৰিও তক্ষশীলা, উজ্জৈইন আৰু বিক্ৰমশীলাত কলা, সাহিত্য, বৌদ্ধ, হিন্দু ধৰ্ম আৰু দৰ্শন, অৰ্থশাস্ত্ৰ (অৰ্থনীতি আৰু ৰাজনীতি), আইন আৰু আয়ুৰ্বিজ্ঞান আদি বিষয়বোৰৰ শিক্ষাদান আৰু শিক্ষা অৰ্জনৰ ব্যৱস্থা আছিল।**

আছে। ভাৰতবৰ্ষই উচ্চশিক্ষাৰ ক্ষেত্ৰত বছৰি তিনি নিযুত স্নাতক (কলা বিজ্ঞান আৰু কমাৰ্চ শাখা) সৃষ্টি কৰে। কিন্তু নাচকম-মেকিনচেৰ (NASSCOM-Mckinsey) এক সমীক্ষানুসৰি এই স্নাতকৰ মাত্ৰ ১০-২৫ শতাংশহে চাকৰিৰ বাবে উপযুক্ত (employable)। আকৌ আলোচনী "The Economist (June 3-9, 2006)"ৰ মতে ভাৰতে বছৰি ৪,৪১,০০০জন ইঞ্জিনীয়াৰিং স্নাতক আৰু ত্ৰিশ লাখ অন্যান্য স্নাতকোত্তৰ ডিগ্ৰীধাৰী সৃষ্টি কৰে। আকৌ প্ৰদত্ত সমীক্ষাটোৰ মতে মাত্ৰ এক-পঞ্চমাংশ স্নাতক বিশ্বৰ যিকোনো দেশতে চাকৰি লাভ কৰিবপৰা উৎকৃষ্ট স্নাতক আৰু এক-পঞ্চমাংশ মধ্যমীয়া, বাকী তিনি-পঞ্চমাংশ আযোগ্য স্নাতক সমীক্ষাটোত এইবুলিও কোৱা হৈছে—

> 'Our education system is bad in teaching team-work and communication skills of perticular importance for IT and BPO sectors.'।

গতিকে ভাৰতৰ চিন্তাবিদ তথা শিক্ষাবিদসকল বৰ্তমানৰ উচ্চশিক্ষাৰ ক'ৰ্ছ ক্যাৰিকুলাম আৰু শিক্ষকসকলৰ অৰ্হতা আৰু কৌশলতাকৈ যথেষ্ট চিন্তান্বিত হোৱা পৰিলক্ষিত হৈছে। বিশ্বৰ এখন আটাইতকৈ উৎকৃষ্ট নেচাৰ (Nature) নামৰ জাৰ্ণেলখনত ভাৰতীয় শিক্ষাপদ্ধতিৰ এক সমালোচনামূলক ব্যাখ্যা আগবঢ়াইছে। আমেৰিকাৰ পৰা প্ৰকাশিত এই নেচাৰ জাৰ্ণেলখনত বিজ্ঞানত ন'বেল বটা পোৱা বিজ্ঞানীৰ প্ৰায় আটাইবোৰ প্ৰবন্ধ আগতিয়াকৈ প্ৰকাশ পায়। গতিকে এই জাৰ্ণেলখনক বিশ্বৰ বিদ্বৎ সমাজে আটাইতকৈ উচ্চস্থান দিয়ে। ১৯৮৪ চনত এই নেচাৰ জাৰ্ণেলখনত (Vol 308, page 3591-611, 1984) ২০ পৃষ্ঠাৰ ভাৰতীয় বিজ্ঞান শিক্ষাৰ এক তত্ত্বগধুৰ প্ৰবন্ধ প্ৰকাশ পাইছিল। সাৰাংশত এইবুলি কোৱা হৈছিল—

> "Indian Universities are afflicted by a host of problems like inadequate teachers, too many students, poor infrastructure, financial crunch etc."।

অন্যহাতেদি, বিদেশৰ বিশেষকৈ উন্নত ৰাষ্ট্ৰৰ উচ্চশিক্ষা যথেষ্ট উন্নত, অৰ্থাৎ মৌলিক আবিষ্কাৰৰ আৰু উৎকৰ্ষ সাধনৰ কেন্দ্ৰ হিচাপে গঢ় দিয়া হৈছে সেই ৰাষ্ট্ৰবোৰৰ বিশ্ববিদ্যালয় তথা শিক্ষানুষ্ঠানবোৰক। বিশ্ববেংকে দুশখন ৰাষ্ট্ৰৰ ওপৰত জৰীপ চলাই ৰাষ্ট্ৰৰ বিকাশৰ এক সমীক্ষা এই শতিকাৰ দোকমোকালিত এনেদৰে প্ৰকাশ কৰিছে—

তালিকা নং ১

| ৰাষ্ট্ৰৰ বিকাশ নিৰ্ভৰ কৰে | | | |
|---|---|---|---|
| i) | Natural Resources | : | 20% |
| ii) | Infrastructure | : | 16% |
| iii) | Human Resource and Social factor | : | 64% |

গতিকে ইউনেস্কো আৰু বিশ্ববেংক যুটীয়া টাস্ক ফৰ্চে (UNES-

2000) উচ্চশিক্ষাক 'Higher Education is the basic education of 21st century' বুলি চিনাক্ত কৰি উচ্চশিক্ষাত ছাত্ৰ-ছাত্ৰীৰ ভৰ্তিকৰণৰ হাৰ (Enrolment rate) বৃদ্ধি কৰিবলৈ গুৰুত্ব আৰোপ কৰিছে আৰু মত দিছে—ৰাষ্ট্ৰৰ বিকাশৰ বাবে ন্যূনতম ভৰ্তিকৰণ হাৰ ২০ শতাংশ আৰু তালিকা ২ ৰ পৰা প্ৰদত্ত কথাষাৰৰ—

তালিকা নং ২

| দেশ | ভৰ্তিকৰণৰ হাৰ (উচ্চশিক্ষাত) | বিকাশৰ [illegible] |
|---|---|---|
| i) দেশ | ৫১% বা অধিক | অতি উচ্চ |
| ii) দেশ | ২১-৫০% বা নিম্ন | মধ্যমীয় |
| iii) দেশ | ৬-২০% ৰ | নিম্নহাৰ |

সত্যাসত্য সাব্যস্ত কৰিছে।

পাশ্চাত্য দেশৰ শিক্ষানুষ্ঠানবোৰ আৰু চৰকাৰ এইদিশত যথেষ্ট সচেতন। তদুপৰি বিদেশী ছাত্ৰ-ছাত্ৰী আকৰ্ষণ কৰাত গুৰুত্ব আৰোপ কৰে পাশ্চাত্য দেশবোৰে। ইয়াৰ অন্যতম প্ৰধান কাৰণ হৈছে ৰাজহ সংগ্ৰহ। বিদেশৰ বিশ্ববিদ্যালয়ত উচ্চশিক্ষা অৰ্জনৰ বাবে ভাৰতৰ পৰা বছৰি ১,৩০,০০ ছাত্ৰ-ছাত্ৰী যায় আৰু সেই অনুপাতে চাৰি বিলিয়ন মাৰ্কিন ডলাৰ ভাৰতৰ পৰা বিদেশৰ ৰাষ্ট্ৰবোৰে লাভ কৰে( TOI, 09.02.07)। সৰহ সংখ্যকে আমেৰিকা যুক্তৰাষ্ট্ৰক প্ৰাধান্য দিয়ে। বিশ্বৰ আধুনিক সা-সৰঞ্জাম আধুনিক ক'ৰ্চ-কাৰিকুলামেৰে সুসজ্জিত আমেৰিকা যুক্তৰাষ্ট্ৰৰ বিশ্ববিদ্যালয়বোৰত অধ্যাপনা কৰা ন'বেল বঁটা বিজেতা অধ্যাপক তথা কৃতি শিক্ষক-শিক্ষয়িত্ৰীসকলে। বিদ্যাদান আৰু বিদ্যা অৰ্জন সেই অনুষ্ঠানবোৰত মাদকতাপূৰ্ণ। প্ৰসঙ্গক্ৰমে 'আমাৰ অসম' বাতৰি কাকতৰ প্ৰথম কলমত প্ৰকাশ পোৱা 'আমহাৰ্ষ্ট কলেজ' শীৰ্ষক চমু টোকাৰ কেইশাৰীমান উল্লেখ কৰিব পাৰি। লেখক হোমেন বৰগোহাঞিয়ে এনেদৰে কৈছে— "যোৱা ৩ মে'ৰ আমাৰ অসমত ড° মুকুন্দ ৰাজবংশীৰ "উচ্চ শিক্ষাৰ মূল্যায়ন" শীৰ্ষক এটা প্ৰবন্ধ প্ৰকাশ হৈছিল। প্ৰবন্ধটো

এঠাইত লিখা হৈছিল যে ১৯৯৫ চনত আমহাৰ্ষ্ট কলেজ আমেৰিকা যুক্তৰাষ্ট্ৰৰ সৰ্বশ্ৰেষ্ঠ কলেজ ৰূপে স্বীকৃত হৈছিল। ড° ৰাজবংশীৰ প্ৰবন্ধত আমহাৰ্ষ্ট নামটো চকুত পৰা মাত্ৰকতে মোৰ মনটো উৰি গ'ল প্ৰায় বাইশ বছৰৰ আগলৈ। ১৯৯৭ চনত আমেৰিকান আলোচনীত মই আমহাৰ্ষ্ট কলেজৰ বিষয়ে লিখা এটি প্ৰবন্ধ পঢ়িছিলো। ... এখন কলেজৰ বিদ্যাদান আৰু বিদ্যাৰ্জনৰ পৰিবেশটো কিমান মাদকতাময় আৰু চিত্তচাঞ্চল্যকাৰী হ'ব পাৰে সেই কথা মই জীৱনত প্ৰথমবাৰৰ কাৰণে অনুভৱ কৰিছিলো সেই প্ৰবন্ধটো পঢ়ি। সেই কাৰণে ড° ৰাজবংশীৰ প্ৰবন্ধৰ পৰা আমহাৰ্ষ্ট কলেজৰ গগনচুম্বী খ্যাতিৰ কথা শুনি মই অকনো আচৰিত নহ'লো। কিন্তু বাইশ বছৰৰ আগতে পঢ়া প্ৰবন্ধটো আকৌ এবাৰ পঢ়ি চাবলৈ মোৰ মন গ'ল।"

১৯৬৮ চনৰ চেপ্তেম্বৰ মাহত হৰেচ প'টাৰ নামৰ এজন কৃষ্ণাংগ যুৱকৰ জীৱনত মাত্ৰ এদিনৰ ভিতৰতে তিনিটা অসাধাৰণ ঘটনা ঘটিছিল। ... সেই একে দিনাই তেওঁ আমহাৰ্ষ্ট কলেজৰ চৌহদত ভৰি দিছিল। ... হৰেচ প'টাৰ নামৰ এই ক'লা ছাত্ৰজনেই হ'ল মই ওপৰত উল্লেখ কৰা প্ৰবন্ধটোৰ (Reflections of a Black Son) লেখক। প্ৰবন্ধটোত তেওঁ কেবাটাও গুৰুত্বপূৰ্ণ বিষয়ৰ অৱতাৰণা কৰিছে। ... প্ৰাসঙ্গিক কথা হ'ল আৰ্মহাষ্ট কলেজৰ বৌদ্ধিক পৰিবেশৰ বিষয়ে হৰেচ প'টাৰে নিজৰ অভিজ্ঞতাৰ পৰা দিয়া বৰ্ণনা। কলেজখনৰ বেছিভাগ ছাত্ৰই আছিল ধনবান, বাক্‌নিপুণ আৰু নিৰীশ্বৰবাদী। মেধাবী ছাত্ৰসকলে অন্যান্য বহুতো বিষয়ৰ লগতে অবিৰামভাৱে কথা পাতিছিল কিতাপৰ বিষয়ে। কিন্তু হৰেচ প'টাৰৰ সমস্যা হৈছিল এই যে সেই কিতাপবোৰ তেতিয়ালৈকে তেওঁ পঢ়া নাছিল। ... অৰ্থাৎ তেওঁ তেতিয়ালৈকে কুৰি শতিকাত প্ৰৱেশ কৰা নাছিল। কিন্তু আমহাৰ্ষ্ট কলেজে তেওঁৰ মনত নতুন কৌতূহল আৰু তৃষ্ণা জগাই তুলিলে।

> 'Menced by my sense of intellectual insecurity,
> I read books and journals and periodicals with
> a dilligence I have not since been able to

supress'

ছাত্ৰসকল আছিল প্ৰখৰ মেধাসম্পন্ন, কিন্তু সত্যৰ সন্ধানত নিৰ্মমভাৱে আপোচবিহীন। গোটেই নিশা উজাগৰে থাকি ৰাতিপুৱালৈকে তেওঁলোকে কথা পাতিছিল। কিন্তু সেইবুলি তেওঁলোকে যে দিনত শুবলৈ সময় পাইছিল সেইটোও নহয়। দিনত আছিল থিয়োদৰ বেয়াৰ্ড, (অস্পষ্ট) জেইগলাৰ ... আৰু ডিমটৰ নিচিনা জ্ঞানৰ নিচাত মতলীয়া শিক্ষকসকলৰ বক্তৃতাৰ অপ্ৰতিৰোধ্য আকৰ্ষণ। তেওঁলোকৰ জীৱনৰ বীজমন্ত্ৰ আছিল 'ideal of goodness and wisdom'। সত্য-সন্ধানৰ দুৰ্গম পথলৈ হাত-বাউলি দি থকা এনেবোৰ শিক্ষকৰ বক্তৃতা নুশুনি বিছনাত শুই শুই জীৱনৰ অপচয় কৰে কোনে? আমহাৰ্ষ্ট কলেজত এনেকুৱা শিক্ষকো কেবাজনো আছিল যিসকলে মাজ নিশাও ছাত্ৰসকলৰ আগত বক্তৃতা দিছিল।

বিদ্যাদান আৰু বিদ্যাগ্ৰহণৰ মাধ্যমেদি উৎকৃষ্টতা আৰু মৌলিকতাৰ বীজ কেৱল হাভাৰ্ড বিশ্ববিদ্যালয়তহে অংকুৰিত হয় এনে নহয়; আমেৰিকা যুক্তৰাষ্ট্ৰ আৰু পাশ্চাত্যৰ প্ৰায়বোৰ মহাবিদ্যালয় আৰু বিশ্ববিদ্যালয়ত এনে পদ্ধতি বাহাল আছে। পাশ্চাত্যৰ ভাল ভাল বিশ্ববিদ্যালয়বোৰত (বিশেষকৈ ব্যক্তিগত খণ্ডৰ) ৰেংকিং তথা মূল্যায়ন পদ্ধতি বাধ্যতামূলক। কাৰণ ৰেংকিঙৰ ভিত্তিত বহুজাতিক প্ৰতিষ্ঠান বা প্ৰাক্তন ছাত্ৰ-ছাত্ৰীয়ে অনুদান আগবঢ়ায়। মূল্যায়নৰ ক্ষেত্ৰত উল্লেখযোগ্য মিডিয়া আৰু সংস্থাসমূহ হৈছে— চাংঘাই জিয়াবাওটং ইউনিভাৰচিটি (SJBTU-2005), ইউ এচ নিউজ এণ্ড ৱৰ্ল্ড ৰিপৰ্ট (১৯৯৫), দ্য টাইম হায়াৰ এডুকেচন চাপ্লিমেণ্ট, অষ্ট্ৰেলিয়ান গুড ইউনিভাৰচিটি গাইড, কানাডা মেক্‌লিক মেগাজিন আদি। ভাৰতবৰ্ষৰ নাক (NAAC) আৰু মিডিয়াৰ ইণ্ডিয়া টুডে, বিজিনেছ ৱৰ্ল্ড আৰু বিজিনেছ উইক উল্লেখযোগ্য। প্ৰসঙ্গক্ৰমে উল্লেখ কৰিব পাৰি যে পাশ্চাত্যৰ বিশ্ববিদ্যালয়সমূহৰ স্থায়ী-নিধি (Endowment) বহু নিযুত ডলাৰ। এই নিধিৰ উৎস হৈছে ব্যক্তিগত আৰু কৰপ'ৰেট খণ্ডৰ অনুদান, প্ৰাক্তন ছাত্ৰ-ছাত্ৰী, মাৰ্কেট ইন্‌ভেষ্টমেণ্ট আৰু বিদেশী ছাত্ৰ-ছাত্ৰীৰ ভৰ্তিমাছুল আদিৰ পৰা সংগ্ৰহ কৰা ধন। এই ধন ছাত্ৰ-ছাত্ৰীৰ বৃত্তি, গৱেষণা আৰু অত্যাধুনিক সা-সঁজুলিৰ বাবে ব্যয়

কৰা হয়। আনকি হাৰ্ভাড বিশ্ববিদ্যালয়ে নিম্ন আয়ৰ পৰিয়ালৰ (৬০,০০০-৮০,০০০ ডলাৰ গ্ৰুপৰ) ছাত্ৰ-ছাত্ৰীৰ মাছুল আৰু গৱেষণাৰ বৃত্তিৰ বাবে শকত অনুদান আগবঢ়ায়। প্ৰাপ্ত বাতৰিৰ মতে (TOI-26-1-06 আৰু 18-2-07) অৰ্থাৎ নেচনেল এচ'ছিয়েচন অব কলেজ এণ্ড ইউনিভাৰচিটি বিজিনেছ অফিচাৰ্চ ২০০৫ ৰ সমীক্ষানুসৰি—

| বিশ্ববিদ্যালয়ত | স্থায়ী নিধি (ডলাৰত) | তুলনা |
|---|---|---|
| ১. হাভাৰ্ড | ২৬ বিলিয়ন | চিৰিয়া, শ্ৰীলংকা, চুডানৰ তকৈ অধিক |
| ২. য়েল | ১৫.২ বিলিয়ন | আৰু ভাৰত, পাকিস্তান, বাংলাদেশৰ বৈদেশিক |
| ৩. ষ্টেফৰ্ড | ১২.২ বিলিয়ন | মুদ্ৰা ভাণ্ডাৰৰ জমা |
| ৪. টেক্সাচ ইউনিভাৰচিটি | ১১.৬ বিলিয়ন | ধনতকৈ অধিক। |
| ৫. প্ৰিন্সটন ইউনিভাৰচিটি | ১১.২ বিলিয়ন | |

অৰ্থাৎ আমেৰিকা যুক্তৰাষ্ট্ৰত ৫৬ খন বিশ্ববিদ্যালয় আছে য'ত প্ৰত্যেকখনৰ স্থায়ী নিধি এক বিলিয়ন ডলাৰতকৈ অধিক। এনে ধনেৰে বিশ্বৰ উৎকৃষ্ট ব্যক্তি তথা শিক্ষক, সাহিত্যিক, বিজ্ঞানী আৰু গৱেষকসকলক আকৰ্ষণ কৰিছে। এই ব্যক্তিসকলে দৰ্মহা হিচাবে যিমান টকা বিচাৰে, সিমান দিবলৈ মান্তি হয় সেই বিশ্ববিদ্যালয়বোৰে।

বিশ্বত এটা কথা লক্ষ্যণীয় হৈ পৰিছে যে বিদেশত থকা ভাৰতীয়সকল অন্য ৰাষ্ট্ৰৰ লোকৰ তুলনাত অধিক সফল। ২০০০ চনৰ লোকপিয়লৰ আধাৰত আমেৰিকাৰ লোকপিয়ল ব্যুৰোৱে ২০০৪ চনত প্ৰকাশ কৰা 'উই দ্য পিপলঃ এছিয়া-আমেৰিকানছ ইন দ্য ইউনাইটেড ষ্টেটছ' শীৰ্ষক সমীক্ষা অনুসৰি আমেৰিকাৰ ভাৰতীয়সকলৰ ২৫ শতাংশ আমেৰিকাত ওপজা, ৬৩.৯ শতাংশ ভাৰতীয়ই স্নাতক ডিগ্ৰীধাৰী আৰু উচ্চশিক্ষিত। নিয়োগৰ ক্ষেত্ৰতো ভাৰতীয়সকল অধিক আগবঢ়া।

তেওঁলোকক কাম দিবলৈ নিয়োগকৰ্তাসকলে ভাল পায়। ব্যৱস্থাপনা, বৃত্তি আৰু অন্যান্য খণ্ডত ভাৰতীয়ৰ সংখ্যা আটাইতকৈ বেছি; প্ৰায় ৬০ শতাংশ; নাছা (NASA)ৰ এক তৃতীয়াংশ বিজ্ঞানী ভাৰতীয়; পদাৰ্থ বিজ্ঞানত ন'বেল বঁটা বিজেতা প্ৰয়াত অধ্যাপক এচ চন্দ্ৰশেখৰ (চিকাগো

> ...ছাত্ৰসকল আছিল প্ৰখৰ মেধাসম্পন্ন, কিন্তু সত্যৰ সন্ধানত নিৰ্মমভাৱে আপোচবিহীন। গোটেই নিশা উজাগৰে থাকি ৰাতিপুৱালৈকে তেওঁলোকে কথা পাতিছিল। কিন্তু সেই বুলি তেওঁলোকে যে দিনত শুবলৈ সময় পাইছিল সেইটোও নহয়।... তেওঁলোকৰ জীৱনৰ বীজমন্ত্ৰ আছিল 'ideal of goodness and wisdom'। সত্য-সন্ধানৰ দুৰ্গম পথলৈ হাত-বাউলি দি থকা এনেবোৰ শিক্ষকৰ বক্তৃতা নুশুনি বিছনাত শুই শুই জীৱনৰ অপচয় কৰে কোনে? আমহাৰ্ষ্ট কলেজত এনেকুৱা শিক্ষকো কেবাজনো আছিল যিসকলে মাজ নিশাও ছাত্ৰসকলৰ আগত বক্তৃতা দিছিল।

বিশ্ববিদ্যালয়, ন'বেল বঁটা বিজেতা হৰগোবিন্দ খোৰাণা (উইচ্‌কন্‌চিন বিশ্ববিদ্যালয়), ন'বেল বঁটা বিজেতা অমৰ্ত্য সেন (হাভাৰ্ড বিজিনেছ স্কুলৰ ডীন), শ্ৰীকান্ত জাটৰ (হাভাৰ্ড বিজিনেছ স্কুলৰ ডীন) আদি অধ্যাপকক ধৰি আমেৰিকাৰ বিশ্ববিদ্যালয় আৰু কলেজসমূহত প্ৰায় পাঁচ হাজাৰ ভাৰতীয় অধ্যাপক আছে। ভাৰতত আধিপত্য বিস্তাৰ কৰা তথা উইপ্ৰ কোম্পানীৰ আজিম প্ৰেমজী আৰু ৰিলায়েন্স গ্ৰুপৰ মুকেশ আম্বানী ষ্টেনফ'ৰ্ড বিশ্ববিদ্যালয়ৰ প্ৰাক্তন ছাত্ৰ। সেইদৰে বিশ্ববিখ্যাত বায়'টেক্‌নল'জিৰ বায়'কণ উদ্যোগৰ কিৰণ মজুমদাৰ শ্ব অষ্ট্ৰেলিয়াৰ ম'নাচ বিশ্ববিদ্যালয়ৰ প্ৰাক্তন ছাত্ৰী। ভাৰতৰ সৰহসংখ্যাক ছাত্ৰ-ছাত্ৰীয়ে অধ্যাপনাৰ বাবে আমেৰিকা যুক্তৰাষ্ট্ৰখনক বাচনি কৰে। ক্ষেত্ৰবোৰ হৈছে—

ইঞ্জিনীয়াৰিং আৰু প্ৰযুক্তি, বিজিনেছ, বায়'লজিকেল চায়েন্স আৰু সমাজবিজ্ঞান। আকৌ গৱেষণাৰ বাবে বাছি লোৱা ক্ষেত্ৰ হৈছে— মাইক্ৰ'বায়'লজি, জেনেটিক্স, মলিকুলাৰ বায়'লজি, নেন'প্ৰযুক্তি, ফাৰ্মাক'লজি আৰু ইম্মিউন'লজি আদি। 'Indian Mind, American Dream' নামৰ এক প্ৰবন্ধ অনুসৰি নিম্ন তালিকাখন উল্লেখ কৰিব পাৰি—

| | **Top University** | **Best Courses** |
|---|---|---|
| 1. | Standford, Harvard, University of Pensilvenia, N.W. University | Business Study |
| 2. | MIT, Cal Tech, Carnegie Mellon GeorgiaTech. | Engineering & Technology |
| 3. | John Hopkinson, Harvard, Wisconsin, Neberraska Lincoln University Cornel | Biological Science |
| 4. | New york University, University of South Calfornia, Savannah College of Art & Design, Art Institute of San Francisco | Media Arts |
| 5. | Yale, Princeton, Columbia, Stanford, UCLA | Social Science |

ভাৰতীয়সকল বিদেশত সফল হ'লেও, ভাৰতীয় শিক্ষাপদ্ধতিয়ে আজিও এক বলিষ্ঠ পদক্ষেপ ল'ব পৰা নাই। সংশোধনৰ যথেষ্ট থল আছে। আন্তৰ্জাতিক খ্যাতিসম্পন্ন বিজ্ঞানী তথা শিক্ষাবিদ আৰু ইণ্ডিয়ান ইন্সটিটিউট অব চায়েন্স (IISc)ৰ প্ৰাক্তন সঞ্চালক ড° চি এন আৰ ৰাৱে যোৱা শতিকাৰ ৮০ দশকত দ্য হিন্দু কাকতত 'What ails to Indian Science' নামৰ এক কথিকা আগবঢ়াই কৈছিল যে ভাৰতৰ বিশ্ববিদ্যালয়

আৰু মহাবিদ্যালয়ৰ সৰহ সংখ্যক বিজ্ঞানাগাৰ নিম্নখাপৰ। মৌলিক চিন্তাৰ উৎস নহয় এই বিজ্ঞানাগাৰবোৰ। ১৯৯৭ চনৰ ২৪ এপ্ৰিলত গুৱাহাটী বিশ্ববিদ্যালয় আৰু গণিত বিভাগৰ স্বৰ্ণ জয়ন্তীৰ উপলক্ষ্যে গণিত বিভাগত আন্তৰ্জাতিক খ্যাতিসম্পন্ন গণিতজ্ঞ আৰু শিক্ষাবিদ অধ্যাপক জে এন কাপুৰে 'A vision of a Great University' নামৰ এক তথ্যগধুৰ কথিকা আগবঢ়ায়। বিশ্বৰ ভাল ভাল বিশ্ববিদ্যালয়ত অধ্যাপনা কৰা আৰু জীৱনজোৰা অভিজ্ঞতাৰে দিল্লী বিশ্ববিদ্যালয়ৰ বিষয়ে অধ্যাপক গৰাকীয়ে এইদৰে কৈছিল — 'Today the University is a big University, but it is not a great university as it was then'। সেইদৰে দ্য হিন্দু কাকতত (৮ মে, ২০০৫) প্ৰকাশ পোৱা মাদুৰাই-কামৰাজ বিশ্ববিদ্যালয়ৰ প্ৰাক্তন উপাচাৰ্য ভি চি কুলান্দাই স্বামীৰ 'Reconstruction of higher education' প্ৰবন্ধত কোৱা হৈছে— 'Higher education in India is ill-eqipped, fragmented and outdated. The affiliating system, a course, must go'। আকৌ, বৰ্তমান যুগক 'মেনেজমেণ্ট'ৰ যুগ বুলি কোৱা হয়। গতিকে B-Schools বিশেষকৈ ভাৰতৰ আই আই এম (ইণ্ডিয়ান ইনষ্টিটিউট অব মেনেইজমেণ্ট) কেইখনক উৎকৰ্ষতাৰ দ্বীপ (Island of Excellence) বুলি কোৱা হয়। কিন্তু ২০০৬ চনৰ লণ্ডনৰ পৰা প্ৰকাশিত 'A Financial Times'ত বিশ্বৰ এশখন আটাইতকৈ ভাল বিজনেছ স্কুলৰ এখন তালিকা (TOI২২ মাৰ্চ, ২০০৬) প্ৰকাশ পাইছিল। ভাৰতবৰ্ষৰ এখনো সেই তালিকাৰ অন্তৰ্ভুক্ত হোৱা নাছিল। গতিকে ভাৰতৰ উচ্চ

*আমেৰিকা যুক্তৰাষ্ট্ৰত ৫৬ খন বিশ্ববিদ্যালয় আছে য'ত প্ৰত্যেকখনৰ স্থায়ী নিধি এক বিলিয়ন ডলাৰতকৈ অধিক। এনে ধনেৰে বিশ্বৰ উৎকৃষ্ট ব্যক্তি তথা শিক্ষক, সাহিত্যিক, বিজ্ঞানী আৰু গৱেষকসকলক আকৰ্ষণ কৰিছে। এই ব্যক্তিসকলে দৰমহা হিচাবে যিমান টকা বিচাৰে, সিমান দিবলৈ মান্তি হয় সেই বিশ্ববিদ্যালয়বোৰে।*

শিক্ষাৰ পুনৰ গঠনৰ অতীব প্ৰয়োজন হৈছে। বৰ্তমান ভাৰতবৰ্ষৰ উচ্চ শিক্ষাৰ পৰিদৃশ্য এনেধৰণৰ—

| ২০০৫-০৬ | সংখ্যা |
|---|---|
| বিশ্ববিদ্যালয় | ৩৫৬ খন |
| কলেজ | ১৭,৬২৫খন |
| শিক্ষক-শিক্ষয়িত্ৰী | ৪,৭১,৯৩১জন |
| ছাত্ৰ-ছাত্ৰী | ১,০৪,৮১,০৪২জন |
| বিশ্ববিদ্যালয় | |
| কেন্দ্ৰীয় বিশ্ববিদ্যালয় | ২০ খন |
| ৰাজ্যিক বিশ্ববিদ্যালয় | ২১১খন |
| ডীম বিশ্ববিদ্যালয় | ১০৭খন |
| ৰাষ্ট্ৰীয় গুৰুত্ব পোৱা শিক্ষানুষ্ঠান | ১৮খন |

মুঠ—৩৫৬খন

বিদেশৰ বিশ্ববিদ্যালয়ত ভাৰতীয় ছাত্ৰ-ছাত্ৰী (২০০৫-০৬)

| Country | No. of students (app) |
|---|---|
| Australia | 21,000 |
| Canada | 7,500 |
| France | 1,200 |
| Germany | 3,000 |
| U.K. | 16,000 |
| USA | 80,466 |
| **Total** | **1,33,366** |

## বিদেশী ছাত্ৰ ভাৰতত (২০০৪-০৫)

| International Students | | |
|---|---|---|
| Asia | : | 10436 |
| Africa | : | 2005 |
| America | : | 593 |
| Europe | : | 178 |
| Australasia | : | 55 |
| Total | : | 13267 |

***Source AIU Datbase***

## Top ten universities (2004-05)

| Universities Foreign Students | | |
|---|---|---|
| University of Pune, Pune | : | 2144 |
| Bangalore University, Bangalore | : | 1996 |
| Manipal Academy of Higher Education | : | 1130 |
| University of Delhi, Delhi | : | 1003 |
| Indira Gandhi National Open University | : | 900 |
| Birla Institute of Technology & Sciences, Pilani | : | 648 |
| University of Madras, Channai | : | 363 |
| University of Mysore, Mysore | : | 333 |
| Osmania University, Hyderabad | : | 279 |
| Bharati Vidyapeeth | : | 275 |
| **Total** | | **9134** |

## বিদেশী ছাত্ৰ (প্ৰথম ১০খন দেশৰ) ভাৰতত

| | | |
|---|---|---|
| United Arab Emirates | : | 1500 |
| Nepal | : | 1352 |
| Iran | : | 1120 |
| Bangladesh | : | 940 |
| Oman | : | 646 |
| Sri Lanka | : | 582 |
| Mauritus | : | 527 |
| Saudi Arabia | : | 419 |
| Kenia | : | 418 |
| USA | : | 398 |
| **Total** | | **7902** |

ভাৰতে বিশ্ব বাণিজ্য সংস্থাৰ সদস্য আৰু গেইট্‌ছ (GATS)চুক্তিত স্বাক্ষৰ কৰাৰ বাবে বিদেশী শিক্ষানুষ্ঠানবোৰৰ বাট মুকলি হ'ল আৰু আহিবলৈ আৰম্ভ কৰিছে। গতিকে সংকট আৱশ্যম্ভাৱী। অৱশ্যে ভাৰত চৰকাৰ আৰু বিশ্ববিদ্যালয় অনুদান আয়োগে (UGC) এই বিষয়ে যথেষ্ট চিন্তা কৰা পৰিলক্ষিত হৈছে। অহা ২০১৫ চনত উচ্চ শিক্ষাত ছাত্ৰ-ছাত্ৰীৰ ভৰ্তি সাত শতাংশৰ সলনি ১৫ শতাংশলৈ বৃদ্ধি কৰিবলৈ ভাৰত চৰকাৰে পৰিকল্পনা হাতত লৈছে। কিন্তু ইয়াৰ বাবে অৰ্থাৎ ১৫ শতাংশ মুঠ ভৰ্তিৰ অনুপাত (GER)ৰ বাবে ১৫০০ ৰো অধিক বিশ্ববিদ্যালয়ৰ প্ৰয়োজন হ'ব। শিক্ষাৰ নবীকৰণৰ বাবে ২০০৫ চনত ভাৰত চৰকাৰে ৰাষ্ট্ৰীয় জ্ঞান কমিছন (National knowledge commission) গঠন কৰি দিছে। কিন্তু ইয়াৰ বাবে যথেষ্ট টকাৰ প্ৰয়োজন। এই কমিছনে উচ্চশিক্ষাত মুঠ ঘৰুৱা উৎপাদনৰ অতিৰিক্ত ১.৫ শতাংশ ব্যয় কৰিবলৈ দাবী জনাইছে। চীন দেশে যোৱা তিনিবছৰৰ ভিতৰত ১২৫০ খন নতুন বিশ্ববিদ্যালয় ইতিমধ্যে স্থাপন কৰিছে।

আজিৰ এই নতুন যুগত উচ্চ শিক্ষাৰ মূল লক্ষ্য আৰু উদ্দেশ্য এনে হোৱা উচিত—

- প্ৰতিযোগিতামূলক ক্ষেত্ৰ তৈয়াৰ কৰা,
- সৃষ্টিশীল পৰিবেশ সৃষ্টি কৰা,
- গৱেষণা আৰু বিকাশৰ বাবে গুৰুত্ব আৰোপ কৰা,
- আধুনিক সা-সৰঞ্জাম আৰু কাঠামো (Infrastructere)ৰ বাবে প্ৰচুৰ ব্যয়ৰ মানসিকতা।

ভাৰতীয় মানুহৰ calibre আৰু potential আছে; লাগে মাথোন ৰাজনৈতিক সদিচ্ছা। অৱশ্যে ব্যক্তিগত খণ্ডত ভাৰতৰ স্থান যথেষ্ট সুখজনক। ফাৰ্মাচিউটিকেল খণ্ডৰ গৱেষণা আৰু বিকাশত (ড° ৰেড্ডীৰ লেবৰেটৰী, ৰেণটেক্সি উল্লেখযোগ্য) ভাৰতে বিগত চাৰি বছৰত ৪০০ গুণ বৃদ্ধি কৰি প্ৰশংসনীয় কাম কৰিছে। বিদেশত ১০৮ টা বহুজাতিক প্ৰতিষ্ঠানে ইতিমধ্যে বাঙ্গালোৰ চহৰত গৱেষণা আৰু বিকাশ কেন্দ্ৰ স্থাপন

কৰিছে। বাঙ্গালোৰ চহৰত অৱস্থিত বিদেশী বহুজাতিক প্ৰতিষ্ঠান জি ই (GE : General Electric)ৰ গৱেষণা আৰু বিকাশ (R&D) কেন্দ্ৰটো বিশ্বৰ ভিতৰত সৰ্ববৃহৎ। মটৰ গাড়ীকে ধৰি মেনুফেক্সাৰিঙৰ ক্ষেত্ৰত ভাৰতে আৰ এণ্ড ডি'ত ব্যয় কৰে বছৰি ছয় বিলিয়ন ডলাৰ। অন্যহাতে বহুজাতিক প্ৰতিষ্ঠান জি এম-এ আৰ এণ্ড ডি'ত বছৰেকীয়া ব্যয় ... বিলিয়ন ডলাৰ। অৱশ্যে, বছৰি বিজ্ঞানত পাঁচ হাজাৰ পি এইচ ডি ... কৰে। তথাপিও বিশ্বত সৰ্ববৃহৎ "ইকনমিক জায়েণ্ট" হ'বলৈ ভাৰতক ২৫০ খন বিজ্ঞান বিশ্ববিদ্যালয় আৰু ১৫০০ খন গৱেষণা কেন্দ্ৰ প্ৰয়োজন।

বিশ্ববিদ্যালয় অনুদান আয়োগে (UGC) ইতিমধ্যে কিছুমান ... পদক্ষেপ গ্ৰহণ কৰিছে। প্ৰসঙ্গক্ৰমে ইউ জি চি-নাচকম টাই আপ (tie up) প্ৰগ্ৰেম হাতত লৈছে কলেজ শিক্ষকসকলক 'ইণ্টাৰনেট স্বাক্ষৰতা' প্ৰদান কৰিবলৈ। সেইদৰে ভাৰত চৰকাৰৰ ডিপাৰ্টমেণ্ট অব চায়েন্স এণ্ড টেকন'লজি, ডিপাৰ্টমেণ্ট অব বায়'টেকন'লজি, দ্য চায়েন্স এণ্ড ইঞ্জিনীয়াৰিং কাউন্সিল, আই আই টি কাণপুৰ আদি অনুষ্ঠানবোৰে ইতিমধ্যে আমেৰিকা কালিফৰ্ণিয়া ইউনিভাৰচিটিৰ লগত টাই-আপ কৰিছে। অন্য এক প্ৰজেক্ট হৈছে— জুনো (Juno-Joint University Network Online); উদ্দেশ্য হৈছে— ছাত্ৰ-ছাত্ৰীৰ মাজত সম্ভাৱনাপূৰ্ণ সুযোগ সমূহৰ সন্ধান দিয়া; বিশ্ববিদ্যালয়ৰ বিভিন্ন বিভাগৰ মাজত শিক্ষকৰ আদান-প্ৰদানৰ ব্যৱস্থা আদি। সেইদৰে ভাৰতৰ বহুতো বিশ্ববিদ্যালয়ে ন ন বিষয়ৰ পাঠদান আৰম্ভ কৰিছে। পাঞ্জাব বিশ্ববিদ্যালয়ে হিউমেন জীনম ডিফেন্স ষ্টাডিজৰ ওপৰত স্নাতকোত্তৰ শ্ৰেণী, বায়'টেকন'লজি আৰু মাইক্ৰ'-ইলেক্ট্ৰনিক্সৰ বি-টেক ডিগ্ৰী আৰম্ভ কৰিছে। আধুনিক যুগৰ লগত আমাৰ শিক্ষানুষ্ঠানবোৰ খাপ খাব নোৱাৰিলে, বিদেশী শিক্ষানুষ্ঠানবোৰৰ বাধাহীন প্ৰৱেশ আমাৰ দেশত ঘটিব। ফলত বহুজাতিক প্ৰতিষ্ঠানসমূহে যেনেকৈ ঘৰুৱা প্ৰতিষ্ঠানসমূহক গ্ৰাস কৰিছে, তেনেকৈ আমাৰ শিক্ষানুষ্ঠানবোৰো একালত হেৰাই যাব।◈

# নতুন যুগৰ নতুন শিক্ষা

"Ideas are more potent than facts, even through the ideas may be illusions. Every great achievement is a vision in the soul before it becomes a fact in history.

**–S. Radhakrishnan**

মানৱ জাতিৰ সভ্যতাৰ ক্ৰমবিকাশত কেইটামান বিপ্লৱে প্ৰধান ভূমিকা গ্ৰহণ কৰিছে—

১. ১৮ শতিকাৰ শিল্প বিপ্লৱ,

২. ১৯ শতিকাৰ পৰিবহণ বিপ্লৱ আৰু

৩. ২০ শতিকাৰ প্ৰযুক্তি টেকন'লজী বিপ্লৱ।

কুৰি শতিকাৰ প্ৰযুক্তি বিপ্লৱৰ ফলত ন ন চিন্তা আৰু ধাৰণা মানৱ জাতিৰ মাজত জাগৃত হ'ল। বিশেষকৈ ৭০ দশকৰ পিছৰ পৰা মাইক্ৰচিপছৰ আৱিষ্কাৰে কম্পিউটাৰ বিজ্ঞানৰ প্ৰসাৰ এনে দ্ৰুতগতিত ঘটালে যে মানৱ জাতিৰ ধ্যান ধাৰণা সম্পূৰ্ণ সলনি হ'ল। নিউক্লিয়াৰ বিজ্ঞান, মহাকাশ বিজ্ঞান, জৈৱবিজ্ঞান আদিলৈও নৱ বিপ্লৱৰ জোৱাৰ আহিল। এলভিন টফলাৰে প্ৰযুক্তি বিপ্লৱক 'Third wave' হিচাপে অভিহিত কৰি কৈছে— 'Third wave has arrived; so education system of second wave is of no use.'

## নতুন যুগ ঃ

একৈশ শতিকাত জন্ম হ'ল গোলকীয়কৰণৰ ধাৰণা; এখন বিশ্ব-এখন গাঁও। এই যুগক অভিহিত কৰা হ'ল জ্ঞানৰ বিস্ফোৰণৰ যুগ হিচাপে। নতুন নতুন সহস্ৰাব্দৰ মূলমন্ত্ৰ হৈছে— জ্ঞান, সৃজনীশীলতা আৰু যোগাযোগৰ কৌশল। কম্পিউটাৰ প্ৰযুক্তি, যোগাযোগ প্ৰযুক্তি আৰু ইলেক্ট্ৰনিক্‌ছ প্ৰযুক্তিৰ মিলনত জন্ম লভা তথ্য প্ৰযুক্তিয়ে জ্ঞানক ৰূপান্তৰিত কৰিলে সম্পদলৈ। বৌদ্ধিক উৎকৃষ্টতা আৰু অৰ্থনৈতিক বিকাশৰ বৈখিক সম্বন্ধ গঢ়ি উঠিল। ইণ্টাৰনেট ইকনমীত এতিয়া প্ৰাকৃতিক সামগ্ৰী, মেচিন আৰু কেঁচামালতকৈ প্ৰাধান্য পাইছে ধাৰণা, প্ৰতিকৃতি আৰু জ্ঞানে। উন্নত দেশবোৰত বিগত দুই-তিনি দশকৰপৰা উচ্চশিক্ষাৰ বৈপ্লৱিক পৰিবৰ্তনৰ পৃষ্ঠপোষকতা কৰি আহিছে আৰু নিম্ন উল্লিখিত দিশকেইটাত গুৰুত্ব দিছে—

- বিজ্ঞান প্ৰযুক্তিৰ জ্ঞানৰ উৎকৃষ্টতা
- ন ন জ্ঞানৰ দিশ উন্মোচনৰ সামৰ্থ
- জ্ঞানৰ বিকাশৰ দিশত প্ৰয়োগৰ অৰ্হতা।

## মানৱ জাতি মানৱ সম্পদ ঃ

বৰ্তমান যুগত দেশৰ অৰ্থনৈতিক বিকাশত প্ৰাকৃতিক সম্পদৰ ভূমিকা গৌণ ৰূপত গ্ৰহণ কৰিছে। বিশ্বৰ বিকাশ উদ্যোগৰ (World's Growth Industry) ভেটি হৈছে বৌদ্ধিক মূলধন (Intellectual Capital)। উদ্যোগবোৰ হৈছে— তথ্য প্ৰযুক্তি উদ্যোগ, যোগাযোগ-প্ৰযুক্তি, জৈৱ প্ৰযুক্তি উদ্যোগ, মাইক্ৰ'বায়লজী উদ্যোগ, ড্ৰাগ ডিজাইন উদ্যোগ, এণ্টাৰপ্ৰাইজ মেনেজমেণ্ট উদ্যোগ, গ্লোবেল নেটৱৰ্কিং উদ্যোগ ইত্যাদি। বৌদ্ধিক উৎকৃষ্টতাৰ ফলশ্ৰুতিত মানৱ জাতি মানৱ সম্পদলৈ ৰূপান্তৰিত হৈছে। তথ্য প্ৰযুক্তি উদ্যোগৰ অৰ্থনৈতিক অৰিহণা ভাৰতবৰ্ষত উৎসাহজনক। এই উদ্যোগৰ ফলত ভাৰতে লাভ কৰিছে ৫ বিলিয়ন ডলাৰ, ২.৭৫ বিলিয়ন ডলাৰৰ ৰপ্তানিৰ সুবিধা আৰু ২,৩০,৩০০ জন মানুহে লাভ কৰিছে নিযুক্তি। এই পৰিসংখ্যা ১০ বছৰৰ পিছত ২০ গুণ বৃদ্ধি

পাব। অৰ্থাৎ উৎপাদন ১০০ বিলিয়ন ডলাৰ, ৰপ্তানি ৫০ মিলিয়ন ডলাৰ আৰু ১-৫ নিযুত মানুহৰ কৰ্মসংস্থাপন। তথাপি বিশ্বৰ পৰিদৃশ্যত ভাৰতৰ স্থান এতিয়াও হতাশাজনক। যদিহে আমেৰিকাৰ জনমুৰি আয় বছৰি শতকৰা ২.৫ হাৰত বৃদ্ধি পায়, তেতিয়াহ'লে ভাৰতৰ ৫০ বছৰ লাগিব। গতিকে উচ্চ শিক্ষা আৰু গৱেষণাৰ নবীকৰণ একান্ত প্ৰয়োজন হৈছে। উচ্চশিক্ষা অৰ্থাৎ বিজ্ঞান প্ৰযুক্তি শিক্ষা আৰু গৱেষণাৰ উন্নতি সাধন কৰিব নোৱাৰিলে মানৱ জাতিক মানৱ সম্পদলৈ ৰূপান্তৰিত কৰাটো অলপ কষ্টকৰ হ'ব। উচ্চশিক্ষা আৰু গৱেষণাৰ আন্তৰ্জাতিক ক্ষেত্ৰত ভাৰতবৰ্ষৰ স্থান সন্তোষজনক নহয়। ৰাষ্ট্ৰসংঘৰ দ্বাৰা স্বীকৃত মানৱ সম্পদ সূচক (Human Resource, India) অনুসৰি পৃথিৱীৰ ১৭৪ খন দেশৰ ভিতৰত ভাৰতৰ স্থান ১৯৯৮ চনত ১৩৮ নম্বৰ আৰু ১৯৯৯ চনত ১৩২ নম্বৰত আছিল। আকৌ উচ্চশিক্ষা আৰু গৱেষণাৰ ক্ষেত্ৰত দেশ এখনৰ মূল্যায়ন কৰা অন্যতম মাপকাঠী হৈছে আন্তৰ্জাতিক খ্যাতিসম্পন্ন গৱেষণামূলক আলোচনীত প্ৰকাশিত গৱেষণা প্ৰবন্ধৰ সংখ্যা। এই মাপকাঠীৰ ভিত্তিত ১৯৮৪-৮৯ চনৰ সময়ছোৱাত ভাৰতবৰ্ষৰ স্থান আছিল দশম আৰু ১৯৯০-৯৫ চনত দ্বাদশ। গৱেষণা আৰু উন্নয়ন শিতানত (Research & Development) আমেৰিকা যুক্তৰাষ্ট্ৰই খৰছ কৰে বছৰি ১৫০ বিলিয়ন ডলাৰতকৈ কম। সেয়েহে উচ্চশিক্ষা গৱেষণাৰ বিষয়ত ভাৰতবৰ্ষই গুৰুত্ব সহকাৰে বিবেচনা কৰা উচিত।

ভাৰতবৰ্ষ যেতিয়া স্বাধীন হৈছিল, প্ৰায় সেই সময়ত একে সময়তে জাপান দেশ এটম বোমাৰ বিস্ফোৰণৰ ফলত প্ৰায় সম্পূৰ্ণ ধ্বংসপ্ৰায় হৈছিল। আজি জাপানে বিশ্বত শ্ৰেষ্ঠ জাতি হিচাপে গৌৰৱ কৰিব পাৰে; আৰ্থিক বিকাশ আৰু বৌদ্ধিক উৎকৃষ্টতাত শ্ৰেষ্ঠত্ব প্ৰতিপন্ন কৰিব পাৰিছে। বৰ্তমান (১৯৯৫ চনৰ সমীক্ষা মতে) জাপানৰ জনমুৰি আয় ২৩,৮০০ ডলাৰ; মুঠ ঘৰুৱা উৎপাদন (GDP) সৰ্বোচ্চ আৰু জনমুৰি ক্ৰয় ক্ষমতা ১৭.৬ (হাজাৰত)। প্ৰযুক্তি শিক্ষাৰ দিশত জাপানৰ এই দ্ৰুত অগ্ৰগতিৰ উৎসৰ সন্ধানত অধ্যয়ন চলাই লৰেঞ্চ পি এগুৱাৰছনে "Japan's Intellectual Challange" শীৰ্ষকেৰে এক তথ্যসমৃদ্ধ প্ৰবন্ধ প্ৰকাশ কৰে।

প্ৰবন্ধটোত উল্লেখ আছে যে ১৯৫৫ চনৰপৰা ১৯৮৫ চনলৈকে এই ৩০ বছৰত প্ৰতিবছৰে ইঞ্জিনীয়াৰিং স্নাতক সৃষ্টিৰ সংখ্যা ৯,৬০০ জনৰপৰা ৭৩,৬০০ জনলৈ বৃদ্ধি কৰে। এই বৃহৎসংখ্যাক ইঞ্জিনীয়াৰিং স্নাতকৰ সহায়ত ভগৱান বুদ্ধদেৱৰ 'জেন দৰ্শন'ক জেন টেকন'লজী বা জেন প্ৰযুক্তিলৈ ৰূপান্তৰিত কৰি অত্যাধুনিক মটৰগাড়ী, কেমেৰা, ৱাশ্বিং মেছিন আদি তৈয়াৰ কৰিছে আৰু বিশ্বৰ বজাৰ দখল কৰিবলৈ সক্ষম হৈছে।

জাপানৰ অন্য এটা সুবিধা হৈছে— উচ্চশিক্ষা গ্ৰহণ কৰিবলৈ অহা ছাত্ৰ-ছাত্ৰীৰ ভিতৰত ২১.৬ শতাংশই ইঞ্জিনীয়াৰিং পঢ়ে, এই হাৰ বিশ্বৰ ভিতৰত আটাইতকৈ বেছি। ইঞ্জিনীয়াৰিং পঢ়া ছাত্ৰ-ছাত্ৰীৰ সংখ্যা যুক্তৰাষ্ট্ৰত ৫.৯ শতাংশ, ইংলেণ্ডত ১৬.৭ শতাংশ আৰু ভাৰতবৰ্ষত ৪.৯ শতাংশ।

## ২১ শতিকাৰ প্ৰত্যাহ্বান ঃ

জ্ঞানৰ বিস্ফোৰণৰ ফলশ্ৰুতিত উচ্চশিক্ষাৰ ধ্যান-ধাৰণাও এই শতিকাত সম্পূৰ্ণ সলনি হৈছে। পাশ্চাত্য দেশবোৰত উচ্চশিক্ষাৰ ক্ষেত্ৰত দুটা বিচ্যুতি দেখা পোৱা গৈছে— যাক 'আৰ্হি বিচ্যুতি' (Paradigm shift) বুলিব পাৰি। এই বিচ্যুতি হৈছে—

- নিৰ্দিষ্ট সময়ত নিৰ্বাচিত প্ৰশিক্ষণৰ পৰা সকলোৰে বাবে জীৱনজোৰা প্ৰশিক্ষণ প্ৰক্ৰিয়ালৈ। (From selection learning over a period of time to life-long; learning for all.)
- শিক্ষককেন্দ্ৰিক আৰ্হিৰপৰা শিক্ষাৰ্থীকেন্দ্ৰিক আৰ্হিলৈ। (From teacher-centred model to learner-centred model)

ন ন আৱিষ্কাৰ আৰু ব্যৱসায়-উদ্যোগৰ বাবে কৌশলগত জ্ঞানৰ চাহিদা প্ৰতি মুহূৰ্ততে বাঢ়ি অহাত আধুনিক শিক্ষাৰ গুৰুত্ব দুগুণে বাঢ়িছে। গতিকে শিক্ষানুষ্ঠানৰ দায়বদ্ধতাও আগতকৈ বাঢ়িছে। ১৯৯৫ চনৰ আমেৰিকান কাউন্সিল অব এডুকেশ্যনৰ ৰিপ'ৰ্টত কোৱা হৈছে—

'Unless to-day's students develop the competence to function effectively in a global environment, they are unlikely to succeed in the 21st century.'

### বিশ্ববিদ্যালয়ৰ ভূমিকা ঃ

বিশ্ববিদ্যালয়ৰ ধাৰণা পাশ্চাত্য জগতৰ অৱদান। নৱম শতিকাত স্থাপিত হোৱা 'চেলাৰাম বিশ্ববিদ্যালয়'এ ইউৰোপৰ শৈক্ষিক বাতাবৰণত যথেষ্ট প্ৰভাৱ পেলায়। একাদশ শতিকাত 'বিশ্ববিদ্যালয় পদ্ধতি'ৰ বিকাশ ঘটে আৰু পৰিবৰ্তিত পদ্ধতিৰ আধাৰত একাদশ শতিকাত ব'লগনা আৰু পেৰিছ বিশ্ববিদ্যালয় আৰু দ্বাদশ শতিকাত অক্সফ'ৰ্ড বিশ্ববিদ্যালয় আৰম্ভ হয়। ত্ৰয়োদশ শতিকাৰ পৰাহে ইউৰোপত উচ্চশিক্ষাৰ স্পষ্ট ধাৰণা সৃষ্টি হয়; অৰ্থাৎ বিশ্ববিদ্যালয়বোৰক শিক্ষাৰ কেন্দ্ৰ হিচাপে স্বীকৃতি দিয়া হয়। কিন্তু বিশ্ববিদ্যালয় আৰু গৱেষণাৰ মাজত এটা নিবিড় সম্বন্ধ যে থাকিব লাগে বা থকাটো উচিত, এই ধাৰণাৰ সৃষ্টি হয় ১৮১০ চনত বাৰ্লিন বিশ্ববিদ্যালয়ত। প্ৰায় একে সময়তে আমেৰিকাৰ জন হপকিন্স, ষ্টেণ্ডফৰ্ড, বাৰ্কলি আদি বিশ্ববিদ্যালয়ে এই ধাৰণা গ্ৰহণ কৰে। ক্ৰমান্বয়ে শিক্ষণ আৰু গৱেষণাৰ মধুৰ মিলনৰ ভেটি বিশ্ববিদ্যালয়বোৰত গঢ় লৈ উঠে। ১৯২৮ চনত অক্সফৰ্ড বিশ্ববিদ্যালয়ত পোন প্ৰথমে আধুনিক বিশ্ববিদ্যালয়ৰ ধাৰণা জন্ম হয়। অৰ্থাৎ শিক্ষা কেৱল ধনী সম্প্ৰদায়, উচ্চ শ্ৰেণী বা পুৰুষৰ বাবে নহয়, শিক্ষা সকলোৰে বাবে।

> '...... transformed the universities from elite centres for the previledged to egolitarian institutions responsile to society and mindful of it's needs.' (UNESCO-1991)

এই নতুন ধাৰণাক সমৰ্থন জনালে।

আধুনিক শিক্ষা, আধুনিক বিশ্ববিদ্যালয়ৰ ধাৰণা বা পাশ্চাত্যৰ শিক্ষা পদ্ধতি ভাৰতবৰ্ষত প্ৰৱৰ্তন হয় বৃটিছসকল অহাৰ পিছৰে পৰা। এই

ধাৰণা নতুন হ'লেও তক্ষশিলা, নালন্দা, বিক্রমশিলা বা বাৰাণসী আদি ঠাইবোৰ ইয়াৰ বহু আগতেই সাংস্কৃতিক আৰু জ্ঞানৰ উৎকৰ্ষ সাধনৰ কেন্দ্ৰৰূপে গঢ়ি উঠিছিল, সেয়েহে সেই অঞ্চলৰ শিক্ষানুষ্ঠানবোৰো মৌলিক চিন্তা-চৰ্চাৰে পৰিপুষ্ট জ্ঞানৰ ভঁৰাল হিচাপে পৰিগণিত হৈছিল। ছান্দোগ্য আৰু তৈত্তিৰীয় উপনিষদত সেই যুগৰ জ্ঞান, বস্তুবাদী দৃষ্টিভংগী আৰু দূৰদৰ্শিতাৰ আভাস পোৱা যায়।

আজি ভাৰতবৰ্ষ স্বাধীন হোৱা ৫০ বছৰ হ'ল। বহুতো বিশ্ববিদ্যালয়, মহাবিদ্যালয় আৰু সৰহসংখ্যক শিক্ষক ছাত্ৰ-ছাত্ৰীৰে নদন-বদন হ'ল ভাৰতীয় শিক্ষা ব্যৱস্থা। তথাপি ভাৰতীয় চিন্তাবিদ আৰু শিক্ষাবিদসকলে উচ্চশিক্ষাৰ মান হ্ৰাস হোৱা বুলিহে মন্তব্য কৰিছে কিয়? [দ্ৰষ্টব্য ঃ i. What ails to Indian Science-CNR Rao; ii. Excellence in higher education; iii. Vission of a great universiity-J N Kapur] ইয়াৰ কাৰণ হয়তো হ'ব পাৰে—

ক. ৰাজনৈতিক সদিচ্ছাৰ অভাৱ,

খ. শিক্ষা-ব্যৱস্থাৰ সুপৰিকল্পনা আৰু ৰূপায়ণৰ অভাৱ,

গ. দূৰদৃষ্টিৰ অভাৱ,

ঘ. আৰ্থিক সংকট।

পঞ্চম পঞ্চবাৰ্ষিক পৰিকল্পনা পৰ্যন্ত ভাৰতবৰ্ষই শিক্ষাৰ কাৰণে ধাৰ্য কৰা টকাৰ ১৭.৩ শতাংশ উচ্চশিক্ষাৰ শিতানত খৰচ কৰিছিল। অষ্টম পৰিকল্পনাত এই পৰিমাণ ৮ শতাংশলৈ নামে। আকৌ বিজ্ঞান প্ৰযুক্তিবিদ্যাৰ গৱেষণাৰ ক্ষেত্ৰত ১৯৮৭-৮৮ চনত মুঠ ৰাষ্ট্ৰীয় উৎপাদনৰ (GNP) ১ শতাংশ ব্যয় কৰিছিল। এনে অপৰিকল্পিত শিক্ষা ব্যৱস্থাৰে দেশৰ (শৈক্ষিক) উন্নতি জানো আশা কৰিব পাৰি?

যোৱা শতিকাৰ ৯০ দশকত চীনৰ পিকিং বিশ্ববিদ্যালয়ত Universities of 21st century শীৰ্ষকেৰে এখন আন্তৰ্জাতিক আলোচনা চক্ৰ আয়োজিত হৈছিল। এই আলোচনা চক্ৰত বিশ্ববিদ্যালয়সমূহক দুটা ভাগত ভাগ কৰাৰ পৃষ্ঠপোষকতা কৰে—

১. গৱেষণা প্ৰধান বিশ্ববিদ্যালয় (Research intensive

University)

২. শিক্ষণ প্ৰধান বিশ্ববিদ্যালয় (Principally teaching University)

বৰ্তমান এই দিশত প্ৰভাৱশালী শিক্ষকসকলে চিন্তা আৰম্ভ কৰিছে।

**বৌদ্ধিক যাত্ৰা ঃ**

বৌদ্ধিক উৎকৃষ্টতা অবিহনে জাতি এটাই শ্ৰেষ্ঠত্ব প্ৰতিপন্ন কৰিব নোৱাৰে। গতিকে বিশ্ববিদ্যালয় আৰু মহাবিদ্যালয়ৰ শিক্ষকসকলৰ এই অভিযানৰ নেতৃত্ব লওক। শৈক্ষিক, আধ্যাত্মিক, নৈতিক আৰু গৱেষণাৰ দিশত উৎকৃষ্টতাৰ বাবে শিক্ষাৰ বৈপ্লৱিক পৰিৱৰ্তন ঘটাব লাগিব। তাৰবাবে এক সামগ্ৰিক আন্দোলনৰ প্ৰয়োজন হৈছে। প্ৰসঙ্গক্ৰমে কেৰালা শাস্ত্ৰীয় সাহিত্য পৰিষদৰ 'বিজ্ঞান যাত্ৰা'ৰ বিষয়ে উল্লেখ কৰিব পাৰি। সেই যাত্ৰাৰ উদ্দেশ্য আছিল ২০০০ চনৰ আগতে পূৰ্ণ সাক্ষৰতা প্ৰাপ্তি।

বৌদ্ধিক যাত্ৰাৰ লক্ষ্য আৰু উদ্দেশ্য এনে হ'ব পাৰে—

- শিক্ষানুষ্ঠানবোৰত এক পৰিবেশ গঢ় লৈ উঠক— য'ত সৃষ্টিশীলতা আৰু মৌলিক চিন্তাৰ উদ্ৰেক হয়।
- তথ্য প্ৰযুক্তি, জৈব প্ৰযুক্তি, ড্ৰাগ ডিজাইন আদি ন ন বিষয়ৰ দ্বাৰা উদ্ভৱ হোৱা প্ৰতিযোগিতামূলক বৌদ্ধিক বজাৰখনত আমাৰ ছাত্ৰ-ছাত্ৰীয়ে সুবিধা ল'বৰ বাবে তেওঁলোকক উপযুক্ত কৰি তোলা। কাৰণ 'নিয়োগ ক্ষেত্ৰ'ত শতকৰা ৭০ ভাগ চাকৰি উচ্চশিক্ষা আৰু প্ৰযুক্তিৰ শিতানত সৃষ্টি হ'ব।
- ব'ষ্টন কেম্পাছৰ দৰে আমাৰ শিক্ষানুষ্ঠানবোৰ উৎকৃষ্ট সাধনাৰ কেন্দ্ৰ হিচাপে গঢ়ি তোলা হওক।◈

# আধুনিক শিক্ষাৰ বালিচাপৰিত

আধুনিক শিক্ষাৰ বালিচাপৰিত থিয় হৈ মই দেখা পাইছো এই নতুন সহস্ৰাব্দৰ নতুন শতিকাৰ তিনিটা বিষয়ৰ ওপৰত বিশেষকৈ গুৰুত্ব দিয়া— শিক্ষা, স্বাস্থ্য আৰু ইনফ্ৰাষ্ট্ৰাক্সাৰ। ইঞ্জিনীয়াৰিঙৰ আধুনিকীকৰণ, ডিজাইনিং আৰু মেনেজমেণ্টৰ সংমিশ্ৰণত গুৰুত্ব পাইছে ইনফ্ৰাষ্ট্ৰাক্সাৰে। এই তিনিটা বিষয়ৰ ভিতৰত শিক্ষাক মুখ্য স্থান দিয়া হৈছে। ভাৰতবৰ্ষই পলমকৈ হ'লেও শিক্ষাৰ আধুনিকীকৰণত গুৰুত্ব দিয়া পৰিলক্ষিত হৈছে। কাৰণ বিগত শতিকাৰ ৮০ ৰ দশকত ভাৰতবৰ্ষৰ শ্লোগান আছিল— ২০০০ চনত 'সকলোৰে বাবে শিক্ষা, সকলোৰে বাবে স্বাস্থ্য'। কিন্তু সেই শ্লোগান শ্লোগানতেই থাকিল। আজি ভাৰতবৰ্ষৰ জনসংখ্যাৰ এক-

ছান্দোগ্য উপনিষদত উৎকৰ্ষিত জীৱনৰ বিষয়ে কোৱা হৈছে এনেদৰে —"য়া দেৱ বিদ্যায়া কৰোতি, শ্ৰদ্ধায়া উপনিষদ, তা দেৱ বিৰৱৎ তৰম ভৱতি"। অৰ্থাৎ যিজন ব্যক্তিৰ বিদ্যা মানে বিশ্লেষণাত্মক দৃষ্টিভংগী আছে, যিজন শ্ৰদ্ধা আৰু প্ৰজ্ঞাৰ অধিকাৰী, সেইজন পুৰুষক বীৰ্যবান পুৰুষ বা উৎকৰ্ষিত ব্যক্তি কোৱা হয়।

তৃতীয়াংশ দৰিদ্ৰ সীমাৰেখাৰ তলত। ৫৫ শতাংশ শিশুৱে পুষ্টিহীনতাত ভুগি আছে। নৱজাত শিশুৰ ৪০ শতাংশ 'ষ্টেণ্ডাৰ্ড' ওজনতকৈ কম (অৰ্থাৎ ২.৫ কেজিৰ তলত। ৩.৫ কোটি শিশুৱে আজিও পঢ়াশালিৰ বাহিৰত। আকৌ গ্ৰামাঞ্চলৰ পঞ্চম শ্ৰেণীত পঢ়া ৬০ শতাংশ শিশুৱে দ্বিতীয় শ্ৰেণীৰ পাঠ্যপুথি পঢ়িব নোৱাৰে। অন্যহাতেদি, 'টাইম্‌ছ অব ইণ্ডিয়া'ত প্ৰকাশিত (২২ ফ্ৰেব্ৰুৱাৰী, '০৮) "শিক্ষিত কিন্তু পঢ়িব নোৱাৰে" শীৰ্ষক প্ৰবন্ধটিত এনেদৰে কোৱা হৈছে —ভাৰতবৰ্ষত শিক্ষিতৰ হাৰ (৭ বছৰ বয়সৰ উৰ্দ্ধৰ) ৬৫.৪ (২০০১ চনৰ পিয়ল) শতাংশ। ৫৬১ নিযুত লোকে বাতৰি কাকতৰ শিৰোনামা পঢ়িব নোৱাৰে। ৰাষ্ট্ৰীয় চেম্পাচ গ্ৰুপে ৰাজস্থান, উত্তৰ প্ৰদেশ, মধ্য প্ৰদেশ আৰু বিহাৰ— এই চাৰিখন ৰাজ্যৰ ৩২০০ ঘৰ (Choosen Randomly) মানুহৰ মুঠ ২০,০০০ জনক হিন্দী পাঠ্যপুথিৰ ৩৫ টা শব্দৰ বাক্য কেইটামান পঢ়িবলৈ দিয়া হৈছিল। পৰীক্ষাৰ অন্তত ফলাফল এনেধৰণেৰে লাভ কৰিলে— ২৬ শতাংশইহে পঢ়িব পাৰিলে। ২৭ শতাংশই বৰ্ণ সংযোগ কৰি কোনোমতে ঘেঁহাই ঘেঁহাই পঢ়িব পাৰে। ৪৭ শতাংশই পঢ়িব নোৱাৰে।

অন্যহাতে, উচ্চ শিক্ষাৰ ক্ষেত্ৰত নাম ভৰ্তিকৰণৰ হাৰ বৰ্তমান ১১ শতাংশ। বিশ্ববেংকৰ এক সমীক্ষাত কোৱা হৈছে, দেশ এখনৰ আৰ্থ-সামাজিক বিকাশৰ বাবে উচ্চ শিক্ষাত ছাত্ৰৰ নাম ভৰ্তিকৰণৰ হাৰ ন্যূনতম ২০ শতাংশ হ'ব লাগে। ভাৰতবৰ্ষৰ এনে অৱস্থা অনুধাৱন কৰি ভাৰত চৰকাৰে এই একাদশ প্লেনত শিক্ষাৰ শিতানত তিনি লাখ কোটি টকা মঞ্জুৰ কৰিছে। অৰ্থাৎ দশম প্লেনতকৈ পাঁচগুণ অধিক। বৰ্তমানৰ প্ৰধানমন্ত্ৰী ড° মনমোহন সিঙে এনেদৰে কৈছে— 'The eleventh plan is the plan of education'; যেনেকৈ ইংলেণ্ডৰ প্ৰধানমন্ত্ৰী টনী ব্লেয়াৰে ৰাস্কিন কলেজত হৈছিল— ইংলেণ্ডৰ প্ৰধানমন্ত্ৰী হোৱাৰ পিচত তেওঁৰ প্ৰথম কাম হ'ব শিক্ষাৰ নবীকৰণ; দ্বিতীয় কাম শিক্ষাৰ নবীকৰণ আৰু তৃতীয় কামো শিক্ষাৰ নবীকৰণ। আকৌ, ইউনেস্কো আৰু বিশ্ববেংকৰ যুটীয়া টাস্ক-ফ'ৰ্চৰ (২০০০ চন) এক ৰিপ'ৰ্ট অনুসৰি উচ্চ শিক্ষাত সৰহ সংখ্যক ছাত্ৰ-ছাত্ৰীয়ে নাম ভৰ্তি কৰোৱাটো নিতান্তই বাঞ্চনীয়। এই ৰিপ'ৰ্টত

এনেদৰে কোৱা আছে—

| নাম ভৰ্তিৰ হাৰ | দেশৰ বিকাশ |
|---|---|
| ◆ ৫১ শতাংশ বা অধিক | অতি উচ্চ খাপৰ |
| ◆ ২০-৩০ শতাংশ | মধ্যমীয়া |
| ◆ ৬-২০ শতাংশ | নিম্নখাপৰ। |

বৰ্তমান ২১ শতিকাৰ শিক্ষাৰ ধ্যান ধাৰণা সম্পূৰ্ণ সলনি হৈছে। এই শতিকাক জ্ঞানৰ বিস্ফোৰণৰ যুগ বা বিশ্বায়নৰ যুগ বুলি কোৱা হয়। আধুনিক শিক্ষাই বৰ্তমান গুণগত জ্ঞান আৰু কৌশলগত জ্ঞানৰ মানুহ সৃষ্টি (Skilled person) কৰাত পৃষ্ঠপোষকতা কৰিছে। ইয়াৰ ফলত জন্ম হৈছে জ্ঞান সমাজ (Knowledge society) য'ত কৌশলগত জ্ঞানৰ মানুহে বিৰাজ কৰে যাতে সৃষ্টিৰ ক্ষেত্ৰত, যোগাযোগৰ (Communication) ক্ষেত্ৰত আৰু ব্যৱহাৰৰ ক্ষেত্ৰত জ্ঞান কাৰ্যকৰী হোৱাকে প্ৰয়োগ কৰিব পাৰে। প্ৰসঙ্গক্ৰমে উল্লেখ কৰিব পাৰে যে ভাৰতবৰ্ষৰ এতিয়াৰ জনসংখ্যাৰ তুলনাত যুক্তৰাষ্ট্ৰত থকা ভাৰতীয়সকলৰ সংখ্যা দশমিক এক শতাংশ। কিন্তু তেওঁলোকৰ আয় ভাৰতৰ ৰাষ্ট্ৰীয় আয়ৰ দহ শতাংশ। এই বিশ্বায়নৰ যুগত তিনিটা বিষয়ক প্ৰধান বৈশিষ্ট্য বা মূলমন্ত্ৰ হিচাপে ধৰা হৈছে— জ্ঞান, সৃষ্টিশীলতা আৰু যোগাযোগ কৌশল। এই তিনিটাৰ সমন্বয়ত সৃষ্টি হৈছে উৎকৰ্ষতা। গীতাত ইয়াৰ ব্যাখ্যা এনেদৰে দিছে— "য়োগঃ কৰ্মসু

**ডাঙৰ ডাঙৰ বিজ্ঞানী বা চিন্তাবিদসকলে যেনেধৰণে চিন্তা কৰে, তেনেধৰণে ছাত্ৰ-ছাত্ৰীসকলক চিন্তা কৰিবলৈ শিকোৱাত শিক্ষকসকলে অনুপ্ৰাণিত কৰাব লাগে। চিন্তা কৰিবলৈ শিকোৱাটো সহজলভ্য নহয়।**

কৌশলম" অৰ্থাৎ কৰ্মৰ উৎকৰ্ষতাক যোগ বুলি কোৱা হয়। যোগে জীৱনক এক লাখটকীয়া *নেন'* গাড়ী। আকৌ ছান্দোগ্য উপনিষদত উৎকৰ্ষিত জীৱনৰ বিষয়ে কোৱা হৈছে এনেদৰে —"যা দেৱ বিদ্যায়া কৰোতি, শ্ৰদ্ধায়া উপনিষদ, তা দেৱ বিৰবৎ শুভম ভৱতি"। অৰ্থাৎ যিজন ব্যক্তিৰ বিদ্যা মানে বিশ্লেষণাত্মক দৃষ্টিভঙ্গী আছে, যিজন শ্ৰদ্ধা আৰু প্ৰজ্ঞাৰ অধিকাৰী, সেইজন পুৰুষক বীৰ্যবান পুৰুষ বা উৎকৰ্ষিত ব্যক্তি কোৱা হয়। উদাহৰণস্বৰূপে আমি ব্যাসদেৱ, কপিল মুনি, বুদ্ধদেৱ, নিউটন, আইনষ্টাইন, ৰামানুজম আদি পুৰুষৰ নাম উদ্ধৃতি দিব পাৰোঁ। সেইকাৰণে এই আধুনিক শিক্ষাৰ যুগত শিক্ষানুষ্ঠান আৰু শিক্ষকৰ চাহিদা যথেষ্ট বৃদ্ধি পাইছে আৰু ধ্যান-ধাৰণাও বিগত শতিকাতকৈ পৃথক হৈছে।

আমেৰিকাৰ বিশিষ্ট শিক্ষাবিদ ষ্টিভেন মুলাৰে চিকাগো বিশ্ববিদ্যালয়ৰ জন্ম-শতবাৰ্ষিকী উদ্বোধন কৰোঁতে শিক্ষানুষ্ঠানৰ বিষয়ে এনেদৰে কৈছিল— "We are not, where we were; still we are moving. But not with clear purpose, direction and conviction"। সেইদৰে ভাৰতৰ প্ৰথম প্ৰধানমন্ত্ৰী পণ্ডিত জৱাহৰলাল নেহৰুৱে এলাহবাদ বিশ্ববিদ্যালয়ৰ সমাৱৰ্তনত (১৯৪৮ চন) কৈছিল—

"আমাৰ দেশৰ ভৱিষ্যৎ সেইসকল যুৱ-যুৱতীৰ ওপৰত নিৰ্ভৰত কৰিছে, যিসকলৰ সৰহভাগেই মহাবিদ্যালয় আৰু বিশ্ববিদ্যালয়ত আছে। তেওঁলোকৰ গুণগত দিশটো কেনেকুৱা, এইটো জানিবলৈ মই বৰ আগ্ৰহী। তেওঁলোকৰ সংখ্যা বহুত— কিন্তু গুৰুত্বপূৰ্ণ কথাটো হ'ল গুণগত দিশটোহে। মই জানো, বিশ্ববিদ্যালয় এখনে সৃষ্টিশীলতা তৈয়াৰ কৰিব নোৱাৰে। কিন্তু এটা পৰিবেশ সৃষ্টি কৰিব পাৰে, য'ত সৃষ্টিশীলতা, মন আৰু শৰীৰৰ সজীৱতাৰ বিকাশ হ'ব পাৰে।"

বিশ্বৰ শ্ৰেষ্ঠ বিশ্ববিদ্যালয়বোৰ পৰ্যালোচনা কৰিলে মুখ্যতঃ কেইটামান বৈশিষ্ট্য পৰিলক্ষিত হয়—

ক. লক্ষ্য আৰু নিৰ্দিষ্ট উদ্দেশ্য,

খ. দিশ,

গ. দৃঢ় সংকল্প আৰু
ঘ. এটা পৰিবেশ য'ত জীৱনজোৰা অধ্যয়ন আৰু শিক্ষণ সংস্কৃতি হিচাপে গঢ় লৈ উঠে।

আজি ইউনেস্কোৱে উন্নয়নশীল দেশৰ কাৰণে যি ডেলৰ (Delor) আদি পৃষ্ঠপোষকতা কৰিছে, সেয়া তাহানিৰ নালন্দা, তক্ষশীলা, আদি ভাৰতীয় শিক্ষানুষ্ঠানৰ দৰ্শনৰ লগত যথেষ্ট সাদৃশ্য আছে। সেইসময় ভাৰতীয় শিক্ষাৰ লক্ষ্য আছিল প্ৰধানকৈ তিনিটা— মানুহ হোৱাৰ বাবে শিক্ষা; চৰিত্ৰ গঢ়াৰ শিক্ষা আৰু ৰাষ্ট্ৰ গঢ়াৰ শিক্ষা। বিশ্বৰ শ্ৰেষ্ঠ বিশ্ববিদ্যালয়বোৰৰ আধুনিক ধাৰণা এনেধৰণৰ— শিক্ষানুষ্ঠানবোৰ বিদ্যাদান কৰা কেন্দ্ৰৰ পৰিবৰ্তে বিদ্যাৰ্জন কৰা কেন্দ্ৰ হ'ব লাগে আৰু ছাত্ৰৰ উদ্দেশ্য হ'ব লাগে— "Students must learn how to learn" পাশ্চাত্য দেশৰ শিক্ষানুষ্ঠানবোৰত এক প্ৰতিযোগিতামূলক পৰিবেশ বিৰাজ কৰে, যাতে বিশ্বৰ শ্ৰেষ্ঠ বিশ্ববিদ্যালয়ৰ তালিকাত নিজৰ নিজৰ অনুষ্ঠান অন্তৰ্ভুক্ত হ'ব পাৰে। লগতে শিক্ষকসকলৰ ভূমিকা উল্লেখ কৰিব পাৰি। তেওঁলোকৰ শিক্ষাদান আৰু শিক্ষাগ্ৰহণ কিমান চিত্ত চাঞ্চল্যকৰী আৰু আনন্দময়, তাত পঢ়া ছাত্ৰ-ছাত্ৰীসকলেহে অনুভৱ কৰিব পাৰে। ভাৰতৰ বিখ্যাত বিজ্ঞানী তথা শিক্ষাবিদ অধ্যাপক যশপালে কৈছে—

"Good teaching always situates learning in the child's context. Teaching succeeds when it offers a taste of understanding which is wholesome, creative and enjoyable"।

আকৌ, বৌদ্ধিক উৎকৰ্ষৰ নান্দনিক দিশটোৰ বাবে অনুশীলন অপৰিহাৰ্য সূক্ষ্ম ৰুচিবোধক গুণাৱলী ইচ্ছানুযায়ী হঠাৎ লাভ কৰিব নোৱাৰি অধ্যয়নশীল মন এটাৰ প্ৰয়োজন। ভাৰতৰ গণিতজ্ঞ তথা শিক্ষাবিদ জে এন কাপুৰে কৈছে যে ডাঙৰ ডাঙৰ বিজ্ঞানী বা চিন্তাবিদসকলে যেনেধৰণে চিন্তা কৰে, তেনেধৰণে ছাত্ৰ-ছাত্ৰীসকলক চিন্তা কৰিবলৈ শিকোৱাত শিক্ষকসকলে অনুপ্ৰাণিত কৰাব লাগে। চিন্তা কৰিবলৈ শিকোৱাটো সহজলভ্য নহয়। ইয়াৰ বাবে আদৰ আমাৰ দেশত কম বা পৰিবেশো

সন্তোষজনক নহয়। নহ'লেনো মৌলিক চিন্তাৰ গৱেষক গণিতজ্ঞ ৰামানুজনৰ জন্ম শতবাৰ্ষিকী আৰু তেওঁৰ কৰ্মৰাজিৰ ওপৰত কৰা আন্তৰ্জাতিক আলোচনা চক্ৰ জাৰ্মান ৰাষ্ট্ৰৰ বিজ্ঞানীসকলে আয়োজন কৰেনে? ৰামানুজনৰ বিষয়ে লিখা জীৱনী-কিতাপ (The Man who knew Infinity– Robert Kanigel) পঢ়ি বিখ্যাত 'দ্য নিউজ এণ্ড অবজাৰভাৰ' মাৰ্টিন গাৰ্ডেনাৰে এইদৰে কৈছে— One of the finest.

স্বৰাজোত্তৰ কালৰ ভাৰতীয় শিক্ষাৰ পৰিবেশ অধোগামী হোৱাৰ পৰিপ্ৰেক্ষিতত বৰ্তমান ভাৰতৰ প্ৰধানমন্ত্ৰী ড° মনমোহন সিঙে কৈছিল—

"Our universities and centres of excellence are failing behind the best in the world both is terms of human capital and in terms of physical infrastructure.... On an average, more than 3,50000 enginers and 500 Ph. D. scholars graduates are produced in India every year." ।

ভাৰতবৰ্ষৰ শিক্ষাৰ এনে অৱস্থা অনুধাৱন কৰি ভাৰত চৰকাৰে ২০০৯ বৰ্ষত স্থাপন কৰিছে ৰাষ্ট্ৰীয় জ্ঞান কমিছন। ইয়াত ১৬০ টা শিতানৰ উন্নতিকল্পে নিৰ্দ্ধাৰণ কৰিছে, য'ত শিক্ষা, স্বাস্থ্য আৰু ইনফৰমেশ্যন টেক্‌ন'লজীক প্ৰাধান্য দিয়া হৈছে। এই মিছনৰ সিদ্ধান্ত অনুসৰি চৰকাৰে ৩৭০ খন জিলাত একোখনকৈ মহাবিদ্যালয়, প্ৰত্যেক ৰাজ্যত একোখনকৈ মুঠ ৩০ খন কেন্দ্ৰীয় বিশ্ববিদ্যালয়, ৮ খন আই আই টি, ৭ খন আই আই এম, ৫ খন ইণ্ডিয়ান ইনষ্টিটিউট অৱ ছায়েন্স স্থাপন কৰিবলৈ আয়োজন কৰিছে। গৱেষণাক আকৰ্ষিত কৰিবৰ বাবে ৫০০ কোটি টকাৰ অনুদানেৰে পুণে আৰু কলকাতাত স্থায়ীভাৱে দুটা ইন্‌ষ্টিটিউট ফৰ ছায়েন্স এডুকেশ্যন এণ্ড ৰিচাৰ্চ স্থান কৰিছে। বছৰি ৫ লাখ টকাৰ অনুদানেৰে আৰু মাহিলি ৫০,০০০ টকা বৃত্তিৰে ৰামানুজন ফেল'শ্বিপৰ দিহা কৰা হ'ব বুলি ভাৰত চৰকাৰে ঘোষণা কৰিছে। আধুনিক শিক্ষাৰ বালিচাপৰিত থিয় হৈ যদি বিশ্বক ধোৱাই যোৱা শিক্ষাৰ প্ৰচণ্ড ঢৌবোৰ দেখা পাওঁ, তেতিয়াহে আমি গৌৰৱ কৰিবলৈ সুযোগ পাম।◈

# আধুনিক শিক্ষা আৰু সংস্কাৰ

...জাৰ্মানীৰ বিশ্ববিদ্যালয়ে গৱেষণা আৰু ন ন উদ্ভাৱনৰ ক্ষেত্ৰত এনে এক পৰিবেশ সৃষ্টি কৰিলে যাৰ কোলাত আইনষ্টাইন, ৰ'বাৰ্ট এপনহেমাৰ, মেক্স প্লাঁক আদি বহুতো বিশ্ববৰেণ্য বিজ্ঞানীৰ জন্ম হ'ল। আমেৰিকা যুক্তৰাষ্ট্ৰই এই জাৰ্মান মডেল গ্ৰহণ কৰিলে আৰু ১৮৭৬ চনত প্ৰথম গৱেষণাক প্ৰাধান্য দিয়া বিশ্ববিদ্যালয় —জ'ন হ'পকিন্স বিশ্ববিদ্যালয় গঢ় লৈ উঠিল।

যদিও মানৱ জাতিয়ে সভ্যতাৰ প্ৰথম পোহৰ শিক্ষাৰ মাধ্যমেদি দেখা পাইছিল, যদিও বিশ্বৰ চুকে-কোণে ন ন শিক্ষাৰ প্ৰচলন আছিল, তথাপিও ইউৰোপৰ নৱজাগৰণৰ আন্দোলনে মানৱ সমাজত এক বৌদ্ধিক জাগৰণ সৃষ্টি কৰি বৌদ্ধিক মুক্তিৰ পথ প্ৰশস্ত কৰিছিল বুলি ক'ব পাৰি। ভাৰতবৰ্ষত যেনেকৈ কন্যাকুমাৰীৰ পৰা কাশ্মীৰলৈকে আৰু গুৱাহাটীৰপৰা

গুজৰাটলৈকে ভক্তি আন্দোলনে এক প্ৰচণ্ড জোৱাৰ সৃষ্টি কৰি বৈষ্ণৱ ভাবধাৰা আৰু দৰ্শনৰ প্ৰভাৱ বিস্তাৰ কৰিছিল, তেনেকৈ ইউৰোপৰ নৱ-জাগৰণে বিশ্বৰ ৰাজ্যবোৰৰ ভৌগোলিক সীমা চেৰাই স্থাপন কৰিছিল বৌদ্ধিক মুক্তিৰ পথ। মানুহে শক্তি আহৰণ কৰিছিল স্বতন্ত্ৰীয়াকৈ চিন্তা কৰিবলৈ। আধুনিক জ্ঞান-শিক্ষাৰ পীঠস্থান ইউৰোপত সেই সময়ত জন্ম লভিছিল বহুতো যুগান্তকাৰী মনীষীৰ। ইংৰাজ দাৰ্শনিক ফ্ৰান্সিছ বেকনে কিতাপ পঢ়াৰ আন্দোলন গঢ় দিছিল। সেই সময়ৰ মানুহবোৰেও ভাল ভাল কিতাপ পঢ়িবলৈ আৰম্ভ কৰিছিল। পণ্ডিতসকলে ক'ব খোজে যে গেলিলিওৰ দিনৰেপৰা বিজ্ঞানৰ আধুনিক যুগ আৰম্ভ হয়। কাৰণ গেলিলিওৱে পোনপ্ৰথমবাৰৰ বাবে মানুহক প্ৰশ্ন কৰিবলৈ শিকাইছিল। তেওঁৰ মূলমন্ত্ৰ আছিল— পৰীক্ষা, নিৰীক্ষণ আৰু গাণিতিক বিশ্লেষণ। এই মন্ত্ৰৰ সহায়েৰে তেতিয়াৰ মানুহে প্ৰচলিত অন্ধবিশ্বাসৰ পৰা মুক্ত হৈ স্বাধীনচিতীয়াকৈ চিন্তা কৰিবলৈ শক্তি লাভ কৰিছিল আৰু লগে লগে আৰম্ভ হৈছিল বিজ্ঞানৰ জয়যাত্ৰা। এবাৰ ফৰাছী মনীষী ভলটেয়াৰে এখন আলোচনা চক্ৰত প্ৰশ্ন কৰিছিল— কোন মহান? বীৰ আলেকজেণ্ডাৰ, নে বীৰ চেংগীজ খাঁ। এজন ব্যক্তিয়ে থিয় হৈ উত্তৰ দিছিল— ছাৰ আইজাক নিউটন। কিয়নো নিউটনে বিশ্বৰ মানুহৰ মন জয় কৰি এক নতুন আৰু বৈপ্লৱিক আলোক সন্ধানী পথ সৃষ্টি কৰি দিছিল।

ইউৰোপৰ মানুহক নৱজাগৰণে মননশীল, প্ৰশ্নশীল আৰু যুক্তিবাদী কৰি তুলিবলৈ যিখন ক্ষেত্ৰ সহায়ক হিচাপে সৃষ্টি কৰি দিছিল, সেইখন ক্ষেত্ৰ হৈছে শিক্ষাৰ ক্ষেত্ৰ। শিক্ষাৰ প্ৰসাৰৰ ক্ষেত্ৰত ইউৰোপীয় শিক্ষাৰ গুৰুত্ব অধিক। কাৰণ নৱম শতিকাত আৰম্ভ হৈছিল চেলাৰাম বিশ্ববিদ্যালয়, যিখনৰ মাধ্যমেদি শিক্ষাৰ মূল দৰ্শন বিস্তাৰিত হৈছিল। শিক্ষাৰ প্ৰসাৰণত আগভাগ লৈছিল এঘাৰ শতিকাত স্থাপিত হোৱা ব'ল'গনা বিশ্ববিদ্যালয়ে। আকৌ দ্বাদশ শতিকাত স্থাপিত পেৰিচ আৰু অক্সফ'ৰ্ড বিশ্ববিদ্যালয়ে সমগ্ৰ ইউৰোপত উচ্চশিক্ষাৰ পৰিবেশ সৃষ্টি কৰিছিল। তেতিয়াৰপৰা শিক্ষণমুখী শিক্ষানুষ্ঠানৰ জন্ম হয়। জাৰ্মান চিন্তাবিদ তথা শিক্ষাবিদ উইলিয়াম ভন হাম্বল্টএ শিক্ষণৰ লগত গৱেষণাৰ

পৃষ্ঠপোষকতা কৰিছিল। সেই মতে ১৮১২ চনত আনুষ্ঠানিকভাৱে বাৰ্লিন বিশ্ববিদ্যালয় স্থাপন হয় আৰু শিক্ষণৰ লগত গৱেষণা বিশ্ববিদ্যালয়ৰ প্ৰধান অংগ হিচাপে সন্নিবিষ্ট কৰা হয়। হামব'ল্টৰ মতে বিশ্ববিদ্যালয় এখন কেৱল আৰু Assimilation, criticism ৰ transmission of existing knowledge ক্ষেত্ৰত বান্ধ নাথাকি ন ন জ্ঞান বা সৃষ্টিশীল জ্ঞানৰ অন্বেষণৰত হ'ব লাগে। এনে ধাৰণাৰে বা দৰ্শনেৰে গঢ় লৈ উঠা বাৰ্লিন বিশ্ববিদ্যালয় বিশ্বৰ এখন শ্ৰেষ্ঠ বিশ্ববিদ্যালয় হিচাপে স্বীকৃত হ'ল। জাৰ্মানীৰ বিশ্ববিদ্যালয়ে গৱেষণা আৰু ন ন উদ্ভাৱনৰ ক্ষেত্ৰত এনে এক পৰিৱেশ সৃষ্টি কৰিলে যাৰ কোলাত আইনষ্টাইন, ৰ'বাৰ্ট এপনহেমাৰ, মেক্স প্লাঁক আদি বহুতো বিশ্ববৰেণ্য বিজ্ঞানীৰ জন্ম হ'ল। আমেৰিকা যুক্তৰাষ্ট্ৰই এই জাৰ্মান মডেল গ্ৰহণ কৰিলে আৰু ১৮৭৬ চনত প্ৰথম গৱেষণাক প্ৰাধান্য দিয়া বিশ্ববিদ্যালয় — জ'ন হ'পকিন্স বিশ্ববিদ্যালয় গঢ় লৈ উঠিল। আজিৰ বিশ্বৰ প্ৰথম ৫০ খন শ্ৰেষ্ঠ বিশ্ববিদ্যালয়ৰ ভিতৰত ২২ খন আমেৰিকা যুক্তৰাষ্ট্ৰৰ, ৭ খন ইংলেণ্ডৰ। মৌলিক গৱেষণাৰ ক্ষেত্ৰত, শিক্ষাদান আৰু শিক্ষা অৰ্জনৰ ক্ষেত্ৰত পাশ্চাত্যৰ শিক্ষানুষ্ঠানবোৰে কোনো ধৰণৰ আপোচ নকৰে। সেইকাৰণে উৎকৃষ্টতা বা উৎকৰ্ষতাৰ ক্ষেত্ৰত শতিকাজুৰি এই শিক্ষানুষ্ঠানবোৰে একচেতিয়া আসন অধিগ্ৰহণ কৰি আহিছে। আমেৰিকা যুক্তৰাষ্ট্ৰৰ বৃহৎ বৃহৎ বিশ্ববিদ্যালয়বোৰৰ কথা বাদেই, আনকি সৰু সৰু বিশ্ববিদ্যালয়বোৰেও একে দিশত গতি কৰা দেখা যায়। প্ৰসঙ্গক্ৰমে বাৰ্কলি কেম্পাচত অৱস্থিত কালিফৰ্ণিয়া ইন্সটিটিউট অৱ টেকন'লজিৰ কথা উল্লেখ কৰিব পাৰি। সাধাৰণতে "কেলটেক" বুলি জনাজাত এই শিক্ষানুষ্ঠাখন এখন সৰু বিশ্ববিদ্যালয়। মাত্ৰ ১২ টা বিভাগেৰে গঠিত এই শিক্ষানুষ্ঠানখনত ৩০০ জন ফেকাল্টি সদস্য আছে। কিন্তু এই বিশ্ববিদ্যালয়ৰ গুৰুত্বপূৰ্ণ দিশ হৈছে ১৪জনে ন'বেল বঁটা আৰু তিনিজনে ক্ৰেফ'ৰ্ড বঁটা কঢ়িয়াই এই শিক্ষানুষ্ঠানখনক বিশ্বত জাকত জিলিকা কৰি ৰাখিছে। তদুপৰি আমেৰিকাৰ বিখ্যাত গৱেষণা কেন্দ্ৰ 'নাছা'ৰ জেট প্ৰপালচন লেবৰেটৰিটো কেলটেকে নিয়ন্ত্ৰণ কৰে। তদুপৰি পাশ্চাত্য দেশৰ বিশ্ববিদ্যালয় বা শিক্ষানুষ্ঠানবোৰে কোন

চিন্তাত কাম কৰি সম্মানজনক আওৰাই নিব, তাৰ গুনাগঠা বা কৰ্মৰেখা সমাজে সমূহে আলোচনা কৰা দেখা যায়।

আজি আধুনিক শিক্ষাৰ ফলত মানুহৰ ধ্যান-ধাৰণা সম্পূৰ্ণ বেলেগ দিশে গতি কৰিছে। জীৱন যাপন আধুনিক হোৱাৰ লগতে বহুতো ন ন জ্ঞান উদ্ভাৱন হৈছে। বিজ্ঞানীসকলে আশা কৰিছে অহা ২০/৩০ বছৰৰ ভিতৰত বায় ইনফৰমেটিক্স, 'ন্যানো' টেকনলজি, 'ন্যানো' ৰবট, ইণ্টেলিজেন্ট বায় চাইন্স আদি ন ন জ্ঞানে মানৱ জাতিৰ ভাবিব নোৱাৰা পৰিৱৰ্তন আনিব। আজি ভাৰতবৰ্ষত ৩৪১ খন বিশ্ববিদ্যালয়, ইঞ্জিনীয়াৰিং আৰু মেডিকেল কলেজকে লৈ মুঠ ১৭,৬২৫ খন মহাবিদ্যালয় আছে। প্ৰতিবছৰে ৫ নিযুত কমটি স্নাতক ভাৰতত সৃষ্টি হয়। অন্যহাতেদি ৩,৫০,০০০ ইঞ্জিনীয়াৰ, ২৫,০০০ ডাক্তৰ আৰু ১২,০০০ পিএইচ. ডি.ক লৈ ভাৰতে গৌৰৱ অনুভৱ কৰিব পাৰে।

আধুনিক শিক্ষাৰ পৰিপ্ৰেক্ষিতত বিশ্বৰ উন্নত ৰাজ্যবোৰৰ লগতে ভাৰততো অৰ্থনৈতিক বিকাশ আৰু জীৱন ধাৰণাৰ প্ৰক্ৰিয়া আধুনিকীকৰণ হ'লেও মানৱ জাতিয়ে আজি শংকা কৰিছে শান্তিৰে জীয়াই থকাত। হত্যা, লুণ্ঠন, সন্ত্ৰাসবাদে বিশ্বৰ চিন্তাবিদসকলক চিন্তান্বিত কৰোৱাইছে। তেওঁলোকে ক'ব খোজে যে আধুনিক শিক্ষাৰ লগত নীতিশিক্ষা ওত-প্ৰোতভাৱে জড়িত হ'ব লাগে। ভাৰতীয় পৰম্পৰাক— "সংস্কাৰাৎ দ্বিজ উচ্চতে" (সংস্কাৰৰ দ্বাৰা মানুহৰ বিকাশ ঘটে।)ৰ সলনি আধুনিক নামকৰণ কৰিছে Soft skill শব্দৰে। মানে Communication, team work, confidence আৰু ability to look at totality। ভাৰতৰ ডাঙৰ ডাঙৰ শিক্ষানুষ্ঠান যেনে আই আই টি আৰু আই আই এমত ক'ৰ্চ ক্যাৰিকুলামত অন্তৰ্ভুক্ত কৰিবলৈ গুণাৰ্গথা কৰিছে। কাৰণ বহুজাতিক প্ৰতিষ্ঠানবোৰৰ 'মানৱ সম্পদ' বিভাগত এনে কৌশল ব্যৱহাৰ কৰিছে। আমেৰিকা যুক্তৰাষ্ট্ৰৰ শিক্ষানুষ্ঠানবোৰত বৰ্তমান নীতিশিক্ষাই গুৰুত্ব লাভ কৰিছে। এনেক্ষেত্ৰত সক্ৰিয় অংশগ্ৰহণ কৰিছে বৰ্তমানৰ ৰাষ্ট্ৰপতি জৰ্জ বুশ্বে। তেজপুৰ নিবাসী তথা আমেৰিকা যুক্তৰাষ্ট্ৰৰ কেল্লগ গ্ৰেজুৱেট স্কুল অব্ মেনেজমেণ্টৰ ডীন দীপক জৈনে কৈছে যে তেওঁৰ স্কুলত নীতিশিক্ষা

প্ৰৱৰ্তন কৰিছে আৰু কৰ্চ-ক্যাৰিকুলামত শ্ৰীমদ্‌ভগৱত গীতা অন্যতম পাঠ্যপুথি হিচাপে অন্তৰ্ভুক্ত কৰিছে। পেন্‌চিলভেনিয়া বিশ্ববিদ্যালয়ৰ অন্তৰ্গত ১৮৮১ চনত স্থাপিত হুৰ্বাৰ্টন বি-স্কুল বৰ্তমান আমেৰিকা যুক্তৰাষ্ট্ৰৰ শ্ৰেষ্ঠ স্কুল হিচাপে পৰিগণিত হৈছে। পঞ্চম স্থানৰ পৰা প্ৰথম স্থানলৈ উন্নীত হোৱাৰ কাৰণ সোধাত সেই স্কুলৰ ডীনে এইদৰে কৈছে—
On the strength of students'–

- analytical & problem-solving skills
- personal ethics & integrity
- leadership potential & fitness.

কুৰি শতিকাৰ শ্ৰেষ্ঠ বিজ্ঞানী আইনষ্টাইনে এবাৰ এনেদৰে কৈছিল—

> "Some people say it is the intellect that makes a great scientist; but they are wrong. It is the character that makes a great scientist"।

গীতাত চৰিত্ৰৰ ব্যাখ্যা এনেদৰে ডাঙি ধৰিছে এজন ব্যক্তিৰ চাৰিটা বৈশিষ্ট্যৰ সমন্বয়ক চৰিত্ৰ কোৱা হয়— আত্ম-সংযম, সহনশীলতা, সত্যতা আৰু শ্ৰদ্ধা। ঋষি পতঞ্জলীৰ য়োগসূত্ৰত মনৰ নিয়ন্ত্ৰণক সংযম কোৱা হৈছে; অৰ্থাৎ মনে কোনো এটা চিন্তা গ্ৰহণ কৰিব পৰা অৱস্থা। গতিকে চৰিত্ৰবান ব্যক্তি হোৱা মানে 'মানুহ' হোৱাৰ শিক্ষা (ইউনেস্কোৰ Learning to be আৰু Learning to live together দৰ্শনে পৃষ্ঠপোষকতা কৰিছে আজিৰ শিক্ষাক)। পণ্ডিতপ্ৰবৰ কৃষ্ণকান্ত সন্দিকৈয়ে কৈছিল— শিক্ষাব্যৱস্থাত জ্ঞানতকৈ চৰিত্ৰ আৰু ব্যক্তিত্বৰ বিকাশৰ ওপৰত বেছি গুৰুত্ব দিব লাগে। প্ৰাচীন যুগত প্ৰভাৱশালী লেটিন লেখক কুইণ্টিয়ানে শিক্ষাত জ্ঞানৰ প্ৰেৰণাতকৈ চৰিত্ৰৰ সাধনা বেছি মূল্যবান বুলি ভাবিছিল। আধুনিক যুগত জাৰ্মান দাৰ্শনিক নিটচেই যেতিয়া জাৰ্মেনীৰ বিৰাট শিক্ষাব্যৱস্থা আৰু জ্ঞান-সাধনা কোনো কামৰ নহয় বুলি প্ৰবল আক্ৰমণ কৰে তেতিয়া তেওঁ এই চৰিত্ৰ আৰু ব্যক্তিত্ব বিকাশেই সৰ্বমূল বুলি ঘোষণা কৰিছিল। ... বাস্তৱতে এই ব্যক্তিত্বৰ বিকাশ নহ'লে, কোনো উচ্চ আদৰ্শৰ ওপৰত লক্ষ্য ৰাখিব নোৱাৰি। খোৱা-পিন্ধা আৰু সংস্কাৰ যাত্ৰা— ইয়াৰ বাহিৰে যি আন কোনো ভাবৰ প্ৰেৰণা অনুভৱ নকৰে অথবা তাৰ

অৱশ্যকতা বোধ নকৰে তেওঁৰ এটা স্বতন্ত্ৰ ব্যক্তিত্ব আছে বুলি ক'ব নোৱাৰি। ব্যক্তিৰ বিকাশ নহ'লে আদৰ্শৰো আৱশ্যক নাই। আদৰ্শই নতুন নতুন ভাব আৰু অনুভূতিৰ সোঁত বোৱাই আহুকাল-অসন্তোষ আৰু আনকি বিপ্লৱ সৃষ্টি কৰে, কিন্তু ইয়াতে প্ৰাণৰ স্পন্দন আৰু জাতীয় জীৱনৰ হেন্দোলনি আৰম্ভ হয়।

গতিকে শিক্ষাৰ লগত নীতি-শিক্ষা জড়িত নাথাকিলে ব্যক্তি এজন পূৰ্ণাঙ্গ মানুহ হিচাপে গঢ় লৈ নুঠে। সেইকাৰণে ভাৰতীয় শিক্ষাত সংস্কাৰিত জীৱন-দৰ্শন অন্তৰ্ভুক্ত কৰা হৈছে। তৈত্ৰীয় উপনিষদত সেই সময়ৰ ভাৰতীয় শিক্ষা তথা শিক্ষকে ছাত্ৰ-ছাত্ৰীক দিয়া সাৰ্বজনীন জ্ঞানৰ অৰ্থাৎ গণিত, দৰ্শন, জ্যোতিষ শাস্ত্ৰ, বিজ্ঞান আদি জ্ঞান শিকোৱাৰ উপৰিও নীতি জ্ঞান দিয়াৰ বিতং বিৱৰণ পোৱা যায়। 'মানুহ হোৱাৰ শিক্ষা'— "সত্যম ৱদ, ধৰ্মম চাৰা" (অৰ্থাৎ সঁচা কথা ক'বা; সদায় ন্যায় পথত চলিবা) আদি গুৰুৱে শিষ্যক দিয়া শিক্ষা এই উপনিষদত ব্যাখ্যা কৰা হৈছে। তদুপৰি সমাৱৰ্তনৰ সময়ত কুলপতি তথা উপাচাৰ্যই ছাত্ৰসকলক দিয়া ভাষণ উপনিষদত এনেদৰে বৰ্ণনা কৰা আছে— "আমি সময়ে সময়ে দিয়া ভাষণ অৰ্থাৎ নীতি-শিক্ষা তোমালোকৰ জীৱনত পালন কৰিবলৈ চেষ্টা কৰিবা। অনুশাসন, নিয়মানুৱৰ্তিতা, জীৱন-জোৱা অধ্যয়ন, ভাল আৰু ন্যায় কামৰ পৰা কাহানিও বিৰত নাথাকিবা।" ছান্দোগ্য উপনিষদত বীৰ্যবান পুৰুষ (Man of Excellence) হোৱাৰ এনেদৰে ব্যাখ্যা কৰা আছে— "য়া দেৱ বিদ্যায়া কৰোটি, শ্ৰদ্ধয়া, উপনিষদ'/

*শিক্ষাৰ লগত নীতি-শিক্ষা জড়িত নাথাকিলে ব্যক্তি এজন পূৰ্ণাঙ্গ মানুহ হিচাপে গঢ় লৈ নুঠে। সেইকাৰণে ভাৰতীয় শিক্ষাত সংস্কাৰিত জীৱন-দৰ্শন অন্তৰ্ভুক্ত কৰা হৈছে। তৈত্ৰীয় উপনিষদত সেই সময়ৰ ভাৰতীয় শিক্ষা তথা শিক্ষকে ছাত্ৰ-ছাত্ৰীক দিয়া সাৰ্বজনীন জ্ঞানৰ অৰ্থাৎ গণিত, দৰ্শন, জ্যোতিষ শাস্ত্ৰ, বিজ্ঞান আদি জ্ঞান শিকোৱাৰ উপৰিও নীতি জ্ঞান দিয়াৰ বিতং বিৱৰণ পোৱা যায়। 'মানুহ হোৱাৰ শিক্ষা'— "সত্যম ৱদ, ধৰ্মম চাৰা" (অৰ্থাৎ সঁচা কথা ক'বা; সদায় ন্যায় পথত চলিবা) আদি গুৰুৱে শিষ্যক দিয়া শিক্ষা এই উপনিষদত ব্যাখ্যা কৰা হৈছে।*

তাদেৱ বীৰবৎ তযম ভৱতি" (ভাৱাৰ্থ— যিজন ব্যক্তিৰ বিশ্লেষণাত্মক শিক্ষা, শ্ৰদ্ধা বা বিশ্বাস-আত্মবিশ্বাস আৰু প্ৰজ্ঞা বা গভীৰ চিন্তা আছে, তেওঁক বীৰ্যবান পুৰুষ কোৱা হয়)। কিন্তু আজিৰ ভাৰতীয় শিক্ষাত নীতি-শিক্ষাৰ গুৰুত্ব অতি ক্ষীণ। কাৰণ ভাৰতবৰ্ষত বহুত কম শিক্ষানুষ্ঠান আছে য'ত শিক্ষকসকলে নিয়মীয়াকৈ পাঠদান কৰে। অংক্লেশ্বৰ আয়াৰে টাইমছ অব ইণ্ডিয়াৰ স্বামীক'নমিক্সত দিয়া এক সমীক্ষানুসৰি ১৪ ৰপৰা ৪৫ শতাংশ শিক্ষকে ভাৰতৰ স্কুলবোৰত অনুপস্থিত থাকে। সৰহসংখ্যক ছাত্ৰ-ছাত্ৰীয়ে ৫ বছৰ স্কুলত পঢ়াৰ পাচতো ভালদৰে সৰল বাক্যবোৰ পঢ়িব নোৱাৰে। আকৌ "ইউনিভাৰচিটি নিউজ"ত প্ৰকাশ পোৱা এক সমীক্ষাত কোৱা হৈছে ভাৰতৰ পঞ্চতাৰকা (নাকৰ) লাভ কৰা মহাবিদ্যালয়সমূহৰ মুষ্টিমেয় কেইখনমানতহে পুৱা ১০ বজাৰ পৰা আবেলি ৫ বজালৈকে নিয়মীয়াকৈ পাঠদান কৰা হয়। কিন্তু পাশ্চাত্য দেশবোৰৰ শিক্ষানুষ্ঠানবোৰ পুৱা ৮ বজাৰপৰা ৰাতি ১১ বজালৈ খোলা থকাটো নীতিগত নিয়ম। অসমতো এনে কিছুমান মহাবিদ্যালয় (সংখ্যাত কম) আছে য'ত পুৱা ৮.১৫ বজাৰ পৰা আবেলি ৪.১৫ বজালৈ পাঠদান কৰা কৰা হয়। গতিকে প্ৰাথমিক পৰ্যায়ৰ পৰা স্নাতকোত্তৰ পৰ্যায়লৈকে নীতিশিক্ষাৰ প্ৰৱৰ্তন বা প্ৰচলন হ'ব লাগে। ইয়াৰ প্ৰধান ভূমিকা গ্ৰহণ কৰিব পাৰিব কেৱল শিক্ষক গোষ্ঠীয়ে। শিক্ষকসকল এইক্ষেত্ৰত অটল হ'লে শিক্ষানুষ্ঠান এখনৰ সকলো ব্যৱস্থাই সজীৱ হৈ উঠিব। যেতিয়া শিক্ষানুষ্ঠান এখনৰ সকলো ব্যৱস্থাই সজীৱ হৈ উঠিব। যেতিয়া ব্যৱস্থা (System) ভাল হয়, সকলো দিশেই ভাল হয়। এই সংক্ৰান্তত আব্ৰাহম লিংকনে পুত্ৰৰ শিক্ষকলৈ লিখা চিঠিৰ কেইটামান বাক্য উল্লেখ কৰিব পাৰি— "মোৰ পুত্ৰই যাতে ন্যায়-পৰায়ণত অটল বিশ্বাসী হৈ আত্ম-বিশ্বাস আত্ম-সংযম জগাই তুলিব পাৰে। সৰহকৈ সময় দিবা যাতে তেওঁ আত্মিক সুন্দৰতাক উপলব্ধি কৰিব পাৰে। বিদ্যালয়ত তেওঁক শিকাবা অকৃতকাৰ্য হোৱাও সন্মানীয়, নকল কৰাতকৈ।"◈

*বিশ্বৰ শ্ৰেষ্ঠ বিশ্ববিদ্যালয় বা শিক্ষানুষ্ঠানবোৰত শ্ৰেষ্ঠত্ব, উৎকৰ্ষতা, মৌলিক আৱিষ্কাৰৰ পৰিবেশ অটুট ৰাখিবলৈ পাশ্চাত্য দেশবোৰে অশেষ চেষ্টা কৰে; অৰ্থাৎ কোনোধৰণৰ আপোচ মীমাংসা নকৰে। এনে শিক্ষানুষ্ঠানবোৰত জীৱনজোৰা সাধনাত ব্ৰতী শিক্ষকে অধ্যাপনা কৰে। সেইকাৰণে বিশ্বৰ চৌদিশৰপৰা কৃতী ছাত্ৰ-ছাত্ৰীৰ সোঁত বয়।*

# বিশ্বৰ ২০০ খন শ্ৰেষ্ঠ বিশ্ববিদ্যালয় আৰু ভাৰতবৰ্ষ —এটি পৰ্যালোচনা

এই নতুন সহস্ৰাব্দৰ নতুন শতিকাক জ্ঞানৰ বিস্ফোৰণৰ যুগ বুলি অভিহিত কৰা হৈছে। জ্ঞানক দেশ এখনৰ মূলধন বুলি আজিৰ যুগত বিবেচনা কৰা হৈছে। জ্ঞান মানে গুণগত জ্ঞান। যি জ্ঞানে সৃষ্টি কৰে নতুনত্ব আৰু প্ৰতিযোগিতামূলক ধ্যান-ধাৰণা (Innovativeness & Competitiveness); যি জ্ঞানে সৃষ্টি কৰে ন ন উদ্ভাৱন আৰু সম্পদ যাৰ

ফলত ৰাষ্ট্ৰ এখনে লাভ কৰে প্ৰচুৰ অৰ্থ। তদুপৰি কম্পিউটাৰ আৰু প্ৰযুক্তিবিদ্যাৰ নব বিপ্লবৰ ফলশ্ৰুতিত জন্ম হৈছে আন্তঃবৈষয়িক ধাৰণা (Inter-disciplinary concept) যাৰ বাবে মানৱ জাতিয়ে লাভ কৰিছে ন ন বিষয়— মলিকিউলাৰ কম্পিউটাৰ, মলিকিউলাৰ ইঞ্জিনীয়াৰিং, জিঅ'টেকনিকেল ইঞ্জিনীয়াৰিং, ছাৰফেচ ইঞ্জিনীয়াৰিং, নেনো প্ৰযুক্তি আদি। প্ৰযুক্তিৰ বিপ্লৱ যোৱা শতিকাৰ ৭০ দশকৰপৰা আৰম্ভ হৈছে আৰু জগতখন ক্ৰমান্বয়ে দ্ৰুতগতিত সলনি হৈ আহিছে। এই কথা এলভিন হেইডি টফলাৰৰ "Revolutionary Wealth" নামৰ কিতাপখনত মানি কৰিছে এনেদৰে— Revolations smash boundaries. Academic boundaries are eroding too। সৃজনীশীলতা, নতুনত্ব আৰু নৱি বা সম্পদৰ মাজত এক নিবিড় সম্বন্ধ গঢ় লৈ উঠিছে আৰু সৃষ্টি কৰিছে উদ্ভাৱনাৰ ধাৰণা। প্ৰচলিত নিযুক্তিৰ ঠাইত নতুন প্ৰযুক্তি (বায়ু সংকোচক) অথবা পদ্ধতি উন্নত কৰি নতুন উদ্ভাৱন সম্ভৱ কৰিব পৰা ধাৰণা আজিৰ যুগৰ অন্যতম নব প্ৰয়াস। গতিকে গৱেষণা আৰু বিকাশৰ চৰিত্ৰ ব গুৰুত্ব ক্ৰমান্বয়ে বৃদ্ধি পাইছে। এ.পি.জে. আব্দুল কালামে তেওঁৰ Indomitable Spirit (অদম্য শক্তি—অসমীয়া অনুবাদ) নামৰ কিতাপখনত এনেদৰে লিখিছে— (সৃজনীশীলতা আৰু নতুনত্ব শিতানত) "The Age of Spiritual Machines" নামৰ গ্ৰন্থখনৰ লেখক ৰে কৰ্জৱেইলৰ মতে ২০০৯ বৰ্ষত তৈয়াৰ কৰিবলগীয়া কম্পিউটাৰে প্ৰতি ছেকেণ্ডত এক লাখ কোটি গণনা সম্পাদন কৰিব পাৰিব। আকৌ ২০০৯ চনত ইয়াতকৈও ক্ষিপ্ৰতৰ কম্পিউটাৰ তৈয়াৰী হ'ব যাৰ ক্ষমতা প্ৰতি ছেকেণ্ডত ১০ লাখ কোটি গণনা কৰা, যিটোৱে মানুহৰ মগজুৰ সৈতে সমতা স্থাপন কৰিব পাৰিব। ২০২৯ চনত এনে কম্পিউটাৰৰ ক্ষমতা দহ হাজাৰ মানৱ মগজুৰ শক্তিৰ সমান হ'ব। এনেধৰণে ভৱিষ্যতে মানুহে কিছুমান কাম কম্পিউটাৰ চালিত ৰবটৰ ওপৰত ন্যস্ত কৰিব পাৰিব অৰ্থাৎ ৰবট প্ৰযুক্তিৰ নতুন যুগৰ হৈছে বুলিব পাৰি।

সেইকাৰণে বিশ্ববেংকে কৈছে যে ২১ শতিকাৰ শিক্ষা মানে উচ্চ শিক্ষা। বিজ্ঞান আৰু প্ৰযুক্তিবিদ্যাৰ নবীকৰণ উচ্চ শিক্ষাৰ বৈপ্লৱিক

পৰিবৰ্তনৰ ৰূপান্তৰ। ইয়াৰ মূলমন্ত্ৰ হৈছে— Be the BEST of the BEST। এনে মন্ত্ৰক সৰোগত কৰি উচ্চশিক্ষাৰ অনুষ্ঠানবোৰে বিশেষকৈ পাশ্চাত্য দেশৰ বা উন্নত দেশৰ শিক্ষানুষ্ঠানবোৰে শিক্ষাৰ বৈপ্লৱীকৰণ ঘটাইছে যাতে তাত অধ্যয়ন কৰা ছাত্ৰ-ছাত্ৰীয়ে গৱেষণা আৰু বিকাশৰ ক্ষেত্ৰত এক আমূল অৱদান দিয়াৰ উপৰিও সেই দেশৰ অৰ্থনৈতিক বিকাশত ইন্ধন যোগাব পাৰে। তদুপৰি বিশ্বায়নৰ ফলত শিক্ষাক বাণিজ্য হিচাপে গণ্য কৰা হৈছে আৰু আন্তৰ্জাতিক ক্ষেত্ৰত ইয়াৰ বজাৰ মূল্য ২.৫ ত্ৰিলিয়ন ডলাৰ। ভাৰতীয় শিক্ষাৰ বজাৰখন ৫০০০ কোটি টকাৰ আৰু বছৰি বৃদ্ধিৰ হাৰ কুৰি শতাংশ।

বিশ্বৰ শ্ৰেষ্ঠ বিশ্ববিদ্যালয় বা শিক্ষানুষ্ঠানবোৰত শ্ৰেষ্ঠত্ব, উৎকৰ্ষতা, মৌলিক আৱিষ্কাৰৰ পৰিবেশ অটুট ৰাখিবলৈ পাশ্চাত্য দেশবোৰে অশেষ চেষ্টা কৰে; অৰ্থাৎ কোনোধৰণৰ আপোচ মীমাংসা নকৰে। এনে শিক্ষানুষ্ঠানবোৰত জীৱনজোৰা সাধনাত ব্ৰতী শিক্ষকে অধ্যাপনা কৰে। সেইকাৰণে বিশ্বৰ চৌদিশৰপৰা কৃতী ছাত্ৰ-ছাত্ৰীৰ সোঁত বয়। বিশ্বৰ কোনবোৰ শ্ৰেষ্ঠ শিক্ষানুষ্ঠান, তাৰ চিনাক্তকৰণৰ বাবে আন্তৰ্জাতিক খ্যাতিসম্পন্ন কিছুমান অনুষ্ঠান আছে। তাৰে নিম্নলিখিত কেইটা উল্লেখযোগ্য—

- US News & World Report;
- British Times HE Supplement (THES);
- Jiao Tong Univ, Shanghai, Chaina
- Germakn Centre for HE Development.

ৰেংকিঙৰ কাৰণে লোৱা মাপকাঠিপ্ৰদত্ত অনুষ্ঠানকেইটাৰ প্ৰায় একেধৰণৰ; মুখ্যতঃ—

- Peer Review;
- Recruiter Review;
- Ration of International faculty of total faculty;
- Ratio of International students to total stds;
- Ratio of total students to total faculty;

- The number of highly researchers oin various Academic fields;
- Articles published in reputetd journalls like Science & Nature etc.

২০০৬ বৰ্ষত থেচে (THES) বিশ্বৰ ২০০ খন শ্ৰেষ্ঠ বিশ্ববিদ্যালয়ৰ এখন তালিকা প্ৰস্তুত কৰি প্ৰকাশ কৰিছিল। এই তালিকাত সৰহ সংখ্যক বিশ্ববিদ্যালয় আমেৰিকা যুক্তৰাষ্ট্ৰৰ; অৰ্থাৎ মুঠ ৫৪ খন বিশ্ববিদ্যালয়। সৰ্বশীৰ্ষত আছে হাৰ্ভাৰ্ড বিশ্ববিদ্যালয়। প্ৰথম ২০০ খনত আমেৰিকাৰ ৭০ শতাংশ। আকৌ এই তালিকাখনত এছিয়াৰ ৩৩ খনৰ নাম অন্তৰ্ভুক্ত কৰা হৈছে। অন্যহাতেদি বিশ্বৰ আটাইতকৈ সৰহ জনসংখ্যা থকা এছিয়া মহাদেশে ২০০ খনৰ ভিতৰত ১৭ শতাংশ অধিকাৰ কৰিছে।

> এইখনেই সেইখন ভাৰতবৰ্ষ, য'ত এটা সময়ত ভাৰতীয় শিক্ষা চূড়ান্ত শিখৰত অৱস্থিত আছিল। এইখনেই ভাৰতবৰ্ষ, য'ত আৱিষ্কৃত শূণ্য, অসীমৰ ধাৰণা আৰু মানুহ হোৱাৰ শিক্ষাই বিশ্বৰ মণীষীসকলক আকৰ্ষিত কৰিছিল। আজিও বিশ্বৰ দৰবাৰত অতীজৰ সভ্যতা-সংস্কৃতিৰ গৰিমায়ে ভাৰতবৰ্ষক সজীৱ কৰি ৰাখিছে।

এই ৩৩ খনৰ ভিতৰত ভাৰতৰ তিনিখনৰ নাম— আই. আই. টি. খড়্গপুৰ, দিল্লী আৰু কলিকতা বিশ্ববিদ্যালয় অন্তৰ্ভুক্ত হৈছে। সেইদৰে থেছে ২০০৭ বৰ্ষৰ তালিকাত এছিয়াৰ ৩৩ খনৰ পৰিবৰ্তে মাত্ৰ ২৬ খনেহে স্থান পাইছে—

| **ৰাষ্ট্ৰ** | | **সংখ্যা** | **ৰাষ্ট্ৰ** | | **সংখ্যা** |
|---|---|---|---|---|---|
| জাপান | - | ১১ খন | ছিঙ্গাপুৰ | - | ১ খন |
| চীন | - | ৬ খন | দঃ কোৰিয়া | - | ১ খন |
| হংকং | - | ৪ খন | ভাৰত | - | ২ খন |

সেইদৰে, চাংঘাইত জিয়াও টং বিশ্ববিদ্যালয়ে বিশ্বৰ বিভিন্ন ৰাষ্ট্ৰৰ

| 2006 Rank | 2005 Rank | NAME | Country | Overall Score |
|---|---|---|---|---|
| 1 | 1 | Harvard University | US | 100 |
| 2 | 3 | Cambridge University | UK | 96.8 |
| 3 | 4 | Oxford University | UK | 92.7 |
| 4 | 2 | Massachusetts Institite of Tech. | US | 89.2 |
| 4 | 7 | Yale University | US | 89.2 |
| 6 | 5 | Stanford University | US | 85.4 |
| 7 | 8 | California Institite of Tech. | US | 83.8 |
| 8 | 6 | University of California, Berkeley | US | 80.4 |
| 9 | 13 | Imperial College, London | UK | 78.6 |
| 10 | 9 | Princeton University | US | 74.2 |
| 11 | 17 | University of Chicago | US | 69.8 |
| 12 | 20 | Columbia University | US | 69 |
| 13 | 11 | Duke University | US | 68.3 |
| 14 | 15 | Beijing University | China | 67.9 |
| 15 | 14 | Cornell University | US | 65.9 |
| 16 | 23 | AustralianNational University | AUS | 64.8 |
| 17 | 11 | London School of Economics | UK | 63.9 |
| 18 | 24 | Ecole Normale Superieure, Paris | FRANCE | 63.3 |
| 19 | 22 | National University of Singapore | SINGA | 63.1 |
| 19 | 16 | Tokyo University | JAPAN | 63.1 |
| 21 | 24 | Megili University | CANADA | 62.3 |
| 22 | 19 | Melbourne University | AUS | 61.6 |
| 23 | 27 | Johns Hopkins University | US | 61.3 |

| | | | | |
|---|---|---|---|---|
| 24 | 21 | ETH Zurich | SWITZ | 59.7 |
| 25 | 28 | University College London | UK | 58.7 |
| 26 | 32 | Pennsylvania University | US | 57.8 |
| 27 | 29 | University of Toronto | CANADA | 57.7 |
| 28 | 62 | Tsing Hua University | CHINA | 56.1 |
| 29 | 31 | Kyoto University | JAPAN | 56 |
| 29 | 36 | University of Michigan | US | 56 |
| 31 | 37 | University of California, Los Ageles | US | 55.9 |
| 32 | 36 | University of Texas at Austin | US | 55 |
| 33 | 30 | Edinburg University | UK | 54.8 |
| 33 | 41 | University of Hong Kong | HK | 54 |
| 35 | 44 | Carnegie Melon University | US | 54 |
| 35 | 38 | Sydney University | AUS | 54 |
| 37 | 10 | Ecole Polytechnique | FRANCE | 5 |
| 38 | 33 | Monash University | AUS | 52.6 |
| 39 | 88 | Geneva University | SWITZ | 49 |
| 40 | 35 | Manchester University | UK | 49 |
| 41 | 40 | University of New South Wales | AUS | 48.2 |
| 42 | 46 | Northwestern University | US | 47.9 |
| 43 | 56 | New York University | US | 47 |
| 44 | 42 | University of California, San Diego | US | 47 |
| 45 | 47 | Queensland University | AUS | 47 |
| 46 | 52 | Auckland University | NEWZEA | 46 |
| 46 | 73 | King's College, London | UK | 46 |

| | | | | |
|---|---|---|---|---|
| 48 | 73 | Rochester University | US | 46 |
| 48 | 58 | Washington University, St. Louis | US | 46 |
| 50 | 38 | University of British Columbia | CANADA | 46.4 |
| 50 | 51 | Chinese University of Hong Kong | HK | 46.4 |
| 52 | 69 | Sciences Po | FRANCE | 45.6 |
| 53 | 114 | Vanderbilt University | US | 45.3 |
| 54 | 71 | Brown University | US | 45 |
| 54 | 66 | Copenhagen University | DENMARK | 44.9 |
| 56 | 141 | Emory University | US | 44.5 |
| 57 | 50 | Indian Institute of Technologyy | INDIA | 44.5 |
| 58 | 45 | Heidelberg University | GERMANY | 44.3 |
| 58 | 43 | Hong Kong Univ. of Sc. & Tech. | HK | 44.3 |
| 60 | 109 | Case Western Reserve University | US | 44.2 |
| 61 | 117 | Dartmouth College | US | 43.7 |
| 61 | 48 | Nanyang Technological University | SINGAPORE | 43.7 |
| 63 | 93 | South National University | S KOREA | 43.6 |
| 64 | 49 | Bristol University | UK | 43.2 |
| 64 | 34 | Ecole Polytech Federale de Lausanne | SWITZ | 43.2 |
| 66 | 54 | Boston University | US | 42.9 |
| 67 | 70 | Eidhoven Univ. of Technology | HOLLAND | 42.1 |
| 68 | 84 | Indian Institute of Management | INDIA | 41.6 |
| 69-182 | – | Other Universities world wide | – | [illegible] |
| 183 | 192 | Jawaharlal Nehru University | INDIA | 29.3 |
| 200 | 305 | Univ. of Paris-Sorbonne(paris IV) | FRANCE | 27.9 |

**Source– QS-The Times Higher Wducation Supplement (UK) October 6, 2006**

শ্ৰেষ্ঠ ২০০ খন বিশ্ববিদ্যালয়ক প্ৰদত্ত মাপ-কাঠিৰে ৰেংকিং কৰি ৫০০ খনৰ এখন তালিকা প্ৰস্তুত কৰি ছয়টা স্তৰত এনেদৰে প্ৰকাশ কৰিছিল— [০-৫০], [৫১-১০০], [১০১-২০০], [২০১-৩০০], [৩০১-৪০০] আৰু [৪০১-৫০০]। আমেৰিকা যুক্তৰাষ্ট্ৰৰ ৫৩ খন বিশ্ববিদ্যালয় প্ৰথম ১০০ {[০-৫০][৫১-১০০]} স্তৰত অন্তৰ্ভুক্ত। চাংহাইৰ তালিকাতো হাৰ্ভাড বিশ্ববিদ্যালয়ৰ স্থান শীৰ্ষত। এই তালিকাত ভাৰতবৰ্ষৰ তিনিখনে ঠাই পাইছে। ইহঁতৰ ৰেংকিং এনেধৰণৰ—IISc (301-400), IITK (401-500) আৰু কলকাতা বিশ্ববিদ্যালয় (401-500)।

আকৌ, নিউজ উইক মেগাজিনে বিগত বছৰত তথা ২০০৭ বৰ্ষৰ শ্ৰেষ্ঠ ১০০ খন বিশ্ববিদ্যালয় (100 Global University-2007) ৰ তালিকা প্ৰকাশ কৰে। এই তালিকাৰ শ্ৰেষ্ঠ ১০ খনৰ স্থান এনেধৰণৰ—

১. হাৰ্ভাড;
২. ষ্টেনফৰ্ড;
৩. য়েইল;
৪. কেম্ব্ৰিজ;
৫. অক্সফৰ্ড;
৬. এম আই টি;
৭. ছিকাগো;
৮. কেলটেক;
৯. ইম্পেৰিয়েল কলেজ, লণ্ডন;
১০. প্ৰিন্সটন বিশ্ববিদ্যালয়।

এই ১০০ খনৰ তালিকাত ভাৰতৰ এখনো নাছিল। অন্যহাতেদি, হংকং এখন সৰু চিটি; কিন্তু ইয়াৰ ৩ খনে স্থান লাভ কৰিছে। ৰেংকিঙৰ মাপাংক চাংহাইৰ জিয়াও টং আৰু থেছৰ মাপাংকৰ লগত একে।

আকৌ, থেছে ২০০৮ বৰ্ষৰ (THES-2008) ২০০ খন শ্ৰেষ্ঠ বিশ্ববিদ্যালয়ৰ তালিকা প্ৰকাশ কৰা মতে আমেৰিকাৰ হাৰ্ভাড শীৰ্ষস্থানত আছে। য়েইলে ২ য় স্থান অধিগ্ৰহণ কৰিছে। অন্যহাতেদি ইংলেণ্ডৰ কেম্ব্ৰিজ আৰু অক্সফৰ্ড ক্ৰমে তৃতীয় আৰু চতুৰ্থ স্থানত আছে। এই তালিকাত শ্ৰেষ্ঠ ৫০ খনৰ ভিতৰত এছিয়াৰ ৯ খন অন্তৰ্ভুক্ত হৈছে। তাৰ ভিতৰত হংকঙৰ ৩ খন। হংকঙৰ হংকং ইউনিভাৰচিটি অব ছায়েন্স এণ্ড টেকনোলজি আৰু দঃ কোৰিয়াৰ চিউল নেচনেল ইউনিভাৰচিটি প্ৰদত্ত তালিকাত অন্তৰ্ভুক্ত হোৱা দুখন নতুন বিশ্ববিদ্যালয়। ভাৰতবৰ্ষৰ মাত্ৰ দুখন— আই আই টি, দিল্লী আৰু আই আই টি, মুম্বাই (IITD, IITM)

অন্তৰ্ভুক্ত হৈছে। ৰেংকিং ক্ৰমে ১৫৪ আৰু ১৭৪।

সেইদৰে, US News & World Report সংস্থাটোৱে আমেৰিকা যুক্তৰাষ্ট্ৰৰ ১,৩৪২ খন বিশ্ববিদ্যালয় ৰেংকিং কৰি ২০০৭ চনৰ শ্ৰেষ্ঠ ১০ খনৰ তালিকা এখন প্ৰকাশ কৰিছিল। ক্ৰম অনুসৰি এই তালিকাখন এনেধৰণৰ—

| TOP TEN Universities in US | |
|---|---|
| • Prinston University | (1,1) |
| • Harvard University | (2,2) |
| • Yale University | (3,3) |
| • Stanford | (4,4) |
| • California Institute of Tech. | (5,4) |
| • University of Pensylvania | (5,7) |
| • MIT | (7,4) |
| • Duke University | (8,8) |
| • Columbia University | (9,9) |
| • University of Chicago | (9,9) |

('07r week, '06r week)

## থেছৰ ২০০৭ বৰ্ষৰ তালিকা

| THES – 2007<br>World's Top 10 Universities |
| --- |
| 1. Harvard |
| 2. Oxford |
| 3. Cambridge |
| 4. Yale |
| 5. Imperial College, London |
| 6. Princeton |
| 7. California Institite of Technology |
| 8. University of Chicago |
| 9. University College, London |
| 10. MIT |

## Ranking of Indian Versities

| | |
|---|---|
| • Delhi | 254 |
| • IITB | 269 |
| • IITD | 307 |
| • IITK | 431 |
| • IITM | 432 |
| • IIT Roorkee | 433 |
| • University of Calcutta | 410 |
| • University of Munbai | 456 |
| • University of Pune | 456 |

যদি প্ৰশ্ন কৰা হয়— কিয় পাশ্চাত্য দেশবোৰৰ বিশেষকৈ আমেৰিকা যুক্তৰাষ্ট্ৰৰ শিক্ষানুষ্ঠানবোৰ উৎকৃষ্টতাৰ ক্ষেত্ৰত শ্ৰেষ্ঠ? এনে প্ৰশ্নৰ উত্তৰত আমি দেখা পাওঁ সেই অনুষ্ঠানবোৰে meritocracy, recognition আৰু newsreading of creativity ত কোনোধৰণৰ আপোচ মীমাংসা নকৰে। প্ৰতিযোগিতাৰ ক্ষেত্ৰত দ্ৰুতফল লাভৰ বাবে ২০০৬

বৰ্তহ তেতিয়াৰ আমেৰিকা যুক্তৰাষ্ট্ৰৰ ৰাষ্ট্ৰপতি জৰ্জ বুশ্বে কৈছে—

" Launched the American competitiveness Initiative which will pour $136 bn into Scientific research besides beeting up Sc. & Maths. education."

[আকৌ, আমেৰিকা যুক্তৰাষ্ট্ৰৰ পৰা প্ৰকাশিত "The Washington Monthly (July-August, 2006)"ত কোৱা হৈছে—

- A university should be Engine of social mobility.
- A university should create an environment of academic minds and scientific research so that economic growth should flourish.
- A university should inculcate and encourage an ethic of service.]

এই প্ৰসঙ্গত আমেৰিকাৰ ছিকাগো বিশ্ববিদ্যালয়ৰ বিষয়ে উত্থাপন কৰিব পাৰি—

বিশ্বশ্ৰেষ্ঠ ১০ খন বিশ্ববিদ্যালয়ৰ অন্যতম শ্ৰেষ্ঠ বিশ্ববিদ্যালয় ছিকাগো বিশ্ববিদ্যালয়। অক্সফৰ্ড, কেম্ব্ৰিজ হাৰ্ভাড বিশ্ববিদ্যালয়ৰ দৰে পুৰণা বিশ্ববিদ্যালয় নহয়। ১৮৯০ খৃঃত জন্ম হোৱা এই ছিকাগো বিশ্ববিদ্যালয়ৰ লক্ষ্য— বিশ্বৰ অন্যতম শ্ৰেষ্ঠ গৱেষণা কেন্দ্ৰ হিচাপে গঢ় লৈ উঠা শিক্ষানুষ্ঠান। প্ৰতিষ্ঠাপক সভাপতি উইলিয়াম ৰাইনে হাৰপাৰৰ এনে 'বচন' অন্তৰত পোষণ কৰিছিল আৰু তেওঁ দৃঢ়প্ৰতিজ্ঞ আছিল যে বাস্তৱায়িতকৰণত সফল হ'ব। তেওঁ কৈছিল— "The Idea came first, the money second"। এই বিশ্ববিদ্যালয়খন উল্লেখ কৰাৰ মূল কাৰণটো হৈছে— যেতিয়া ১৯৯০ চনত এই বিশ্ববিদ্যালয়খনে শতবাৰ্ষিকী উদযাপন কৰিছিল, তেতিয়া মেধাবী ছাত্ৰ আৰু শিক্ষকৰ এখন তালিকা প্ৰকাশ কৰিছিল। য'ত অলংকৃত কৰিছিল এশগৰাকী ন'বেল বটা বিজয়ীৰ নামেৰে। এনে চমৎকাৰ কাৰ্যই বিশ্বক স্তম্ভিত কৰালে যে কেনেকৈ এশগৰাকীয়ে ন'বেল বটা লাভ কৰিলে! উল্লেখ্য যে আমাৰ ভাৰতীয় বিজ্ঞানী তথা অধ্যাপক এচ. চন্দ্ৰশেখৰে এইখন বিশ্ববিদ্যালয়ত অধ্যাপনা

কৰিছিল। এনে চমৎকাৰৰ গুৰিতে আছিল—

- বিশ্বৰ বচা বচা অধ্যাপক তথা গৱেষকে নিজৰ ইচ্ছানুসৰি দৰ্মহা লৈ অধ্যাপনা কৰিব পাৰে।
- বিদ্যায়তনিক স্বাধীনতা আৰু স্বতন্ত্ৰতা বিৰাজত দায়বদ্ধ।
- কুৰি শতিকাৰ নৱ প্ৰযুক্তিৰ দ্বাৰা দ্ৰুতগতিত বিকশিত হোৱা আমেৰিকাৰ অন্যতম চহৰ ছিকাগোত অৱস্থিত হোৱা বাবে।

অলপতে কেম্ব্ৰিজ বিশ্ববিদ্যালয়ৰ উপাচাৰ্য অধ্যাপক এলিচন ৰিকাৰ্ডে "What Makes a World class University" নামৰ এটি প্ৰবন্ধ আগবঢ়াইছে। তেওঁ চাৰিটা দিশত গুৰুত্ব আৰোপ কৰিছে—

a. The World class University must show a commitment to breadths and excellence in all fields of human inquiry, not simply in a particular area.
b. It must engage in cutting edge research whilst at the same time teaching the next generation, their students. Teaching & Research are intrinsically bound together with top researchers inspiring & monitoring their students. In turn, students themselves inspire and/challenge teachers.
c. The University must allow its researchers the freedom to experiment, succeed & fail.
d. The University should have preamble boundaries. This means encouraging partnership with industry and it means encouraging international collaboration. World-class Universities should look outward and think beyond conventional boundaries.

গুৰুত্বপূৰ্ণ বিষয়টো হৈছে কি কি কাৰণত পাশ্চাত্য দেশৰ শিক্ষানুষ্ঠানবোৰৰ দৰে আমাৰ ভাৰতবৰ্ষৰ শিক্ষানুষ্ঠানবোৰে একে উন্নত মান ৰক্ষা কৰিব পৰা নাই? বিশেষকৈ স্বাধীনোত্তৰ কালত ভাৰতবৰ্ষৰ শিক্ষাৰ মান দ্ৰুততৰ গতিত নিম্নগামী হৈছে বুলি শিক্ষাবিদ বা

বিজ্ঞানীসকল ভীতিগ্ৰস্ত হৈছে। আন্তৰ্জাতিক খ্যাতিসম্পন্ন বিজ্ঞানী আৰু শিক্ষাবিদে আক্ষেপ কৰি কৈছে—"Indian science is gripped by a crisis like never before"।

এইখনেই সেইখন ভাৰতবৰ্ষ, য'ত এটা সময়ত ভাৰতীয় শিক্ষা চূড়ান্ত শিখৰত অৱস্থিত আছিল। এইখনেই ভাৰতবৰ্ষ, য'ত আবিষ্কৃত শূণ্য, অসীমৰ ধাৰণা আৰু মানুহ হোৱাৰ শিক্ষাই বিশ্বৰ মনীষীসকলক আকৰ্ষিত কৰিছিল। আজিও বিশ্বৰ দৰবাৰত অতীজৰ সভ্যতা-সংস্কৃতিৰ গৰিমাই ভাৰতবৰ্ষক সজীব কৰি ৰাখিছে। তেনেকুৱা এখন ৰাষ্ট্ৰৰ পৰিদৃশ্য বৰ্তমান অতি পুতৌজনক। কিয়? শৈক্ষিক পৰিবেশ তথা বিদ্যায়তনিক উৎকৃষ্টতা, সাংস্কৃতিক পৰম্পৰা ক্ৰমান্বয়ে নিম্নগামী হৈছে। মোগলৰ বাৰম্বাৰ আক্ৰমণ আৰু ৰাজত্ব, বৃটিছৰ আক্ৰমণ আৰু ৰাজত্ব, বৃটিছৰ শাসন আৰু শোষণে অতীজ ভাৰতক আমাৰ লগত বিচ্ছিন্ন কৰিলে যদিও, স্বাধীনতাৰ ৬০ বছৰৰ পাচতো আমি ৰাষ্ট্ৰখনক পুনৰুজ্জীবিত কৰিব পৰা নাই। বা বৃটিছৰ ২০০ বছৰীয়া ৰাজত্বৰ পাচতো পাশ্চাত্য জগতৰ শৈক্ষিক উৎকৰ্ষতা, মৌলিক চিন্তা-চৰ্চা আৰু বিদ্যায়তনিক কৰ্ম সংস্কৃতিৰে আমাৰ শিক্ষানুষ্ঠানবোৰ অংকুৰিত কৰিব নোৱাৰিলো। প্ৰসঙ্গক্ৰমে দুখন ৰাষ্ট্ৰ—জাৰ্মান আৰু জাপানৰ উদ্ধৃতি দিব পাৰি। ভাৰতবৰ্ষ যেতিয়া স্বাধীন হৈছিল, প্ৰায় সেই একে সময়তে জাৰ্মানী আৰু জাপান ২ য় বিশ্বযুদ্ধত ভাগি-ছিগি টুকুৰা-টুকুৰ হৈছিল। এখন জাৰ্মানী পূব আৰু পশ্চিম— দুখন হৈ পৰিছিল। বাৰ্লিন চহৰ দুভাগ হৈছিল। ৰাজনৈতিক দৰ্শন (Political Ideology) ও দুভাগ হৈছিল। জৰাজীৰ্ণ হৈ পৰা জাৰ্মানী দেশ আজি সজীব হৈ পুনৰ অতীতৰ শিক্ষা, বিজ্ঞান, গৱেষণা আদি দিশ শক্তিশালী কৰি বিশ্বত লেখত ল'বলগীয়া ৰাষ্ট্ৰত পৰিণত হ'ল। অন্যহাতেদি, নাগাচাকি-হিৰোশ্চিমাৰ এটম বোমাৰ বিভীষিকাক নেওচি জাপানী জাতি পুনৰ উজ্জীবিত হ'ল সংস্কাৰিত শিক্ষা পদ্ধতিৰ দ্বাৰা। তেতিয়া জাপানৰ শিক্ষাবিদ, বিজ্ঞানী, চিন্তাবিদ তথা ৰাজনীতিকসকলে একেলগে চিন্তা কৰি যুদ্ধত পৰাস্ত হোৱাৰ কাৰণ নিৰ্ণয় কৰি সমিধান উলিয়ালে— জাপানী শিক্ষাৰ এক আমূল তথা বৈপ্লৱিক পৰিৱৰ্তন ঘটাব লাগিব আৰু ঘটালে।

আজি প্ৰায় ৬০ বছৰৰ পিচত শিক্ষাৰ ক্ষেত্ৰত, বিজ্ঞানৰ ক্ষেত্ৰত, প্ৰযুক্তিৰ ক্ষেত্ৰত, অৰ্থনীতিৰ ক্ষেত্ৰত তথা সৰ্বদিশতে জাপান শীৰ্ষস্থানত অৱস্থিত।

আজি প্ৰশ্ন হৈছে— কি কি কাৰণত স্বাধীনোত্তৰ কালত ভাৰতবৰ্ষই বিশ্বৰ লগত ফেৰ মাৰিব পৰা নাই? অৰ্থাৎ ক্ৰমান্বয়ে নিম্নগামী হৈছে?

- বছৰি ৪ লাখ ইঞ্জিনীয়াৰিং গ্ৰেজুৱেটৰ মাত্ৰ এভাগহে চাকৰিৰ বাবে উপযুক্ত।
- সেইদৰে এক দশমাংশ জেনেৰেল গ্ৰেজুৱেট চাকৰিৰ বাবে উপযুক্ত।
- বছৰি এক লাখ ষাঠি হাজাৰ ভাৰতীয় ছাত্ৰ-ছাত্ৰী বিদেশলৈ উচ্চ শিক্ষাৰ বাবে যায়; গতিকে তিনি বিলিয়ন ডলাৰ টিউচন ফি হিচাপে ভাৰতৰ পৰা ওলাই যায়।

কিন্তু স্বাধীনতাৰ পূৰ্ববৰ্তী কালত ভাৰতীয় শিক্ষাৰ ছবিখন অতি উন্নত আছিল। গণিতত ৰামানুজনৰ কালজয়ী মৌলিক অৱদান, ৰবীন্দ্ৰনাথ ঠাকুৰ আৰু চি.ভি. ৰমণৰ ক্ৰমে সাহিত্য আৰু পদাৰ্থ বিজ্ঞানত ন'বেল বটা প্ৰাপ্তিয়ে শিক্ষা ক্ষেত্ৰত ভাৰতবৰ্ষক বিশ্বৰ লগত চিনাকি কৰাই দিছিল। তদুপৰি কলেৰা ট'ক্সিন আৱিষ্কাৰক নিলৰতন চিৰকাৰ মেডিকেল কলেজৰ অধ্যাপক সম্ভুনাথ দে আৰু মাদ্ৰাজ বিশ্ববিদ্যালয়ৰ অধ্যাপক জি.এন. ৰামচন্দ্ৰনৰ কলীজেন আকাৰ আৰু প্ৰটিন গঠনৰ অৱদানে সেই সময়ৰ ভাৰতীয় গৱেষণাৰ মান নিৰ্দ্ধাৰণ কৰিছিল। তদুপৰি মেঘনাথ চাহা, সত্যেন বোস, জগদীশ বোস আদি বিশ্ববৰেণ্য বিজ্ঞানীয়ে ভাৰতীয় গৱেষণাৰ ক্ষেত্ৰখন জীপাল কৰি ৰাখিছিল।

স্বাধীনোত্তৰ কালৰ শিক্ষাৰ অধোন্নতি পৰ্যালোচনা কৰি ৰাজীৱ গান্ধী চায়েন্স ফাউণ্ডেচনে বিগত ২০০৩ বৰ্ষৰ ফেব্ৰুৱাৰী মাহত 'All India Scientists Meet' আয়োজন কৰিছিল য'ত ইণ্ডিয়ান ইন্সটিটিউট অৱ ছায়েন্স, ৰমন ৰিচাৰ্চ ইন্সটিটিউট, টাটা ইন্সটিটিউট অৱ ফাণ্ডামেণ্টেল ৰিচাৰ্চ (TIFR), ইণ্ডিয়ান স্পেচ ৰিছাৰ্চ অৰ্গেনাইজেচন (ISRO) আৰু বায়'কন (BIOCON) ৰ বিজ্ঞানীসকলে সন্মিলিত হৈ আলোচনা

কৰিছিল। আলোচ্য বিষয় আছিল— "What is going wrong with Indian Science"। আলোচনাৰ শেষত এইদৰে মত প্ৰকাশ কৰিলে যে নিম্নলিখিত মুখ্য কাৰকবোৰ উন্নত নকৰিলে, ভাৰতীয় বিজ্ঞান উচ্চখাপলৈ উন্নীত নহ'ব—

- বিজ্ঞান গৱেষণা পত্ৰৰ সংখ্যা আৰু গুণগত মান দ্ৰুতগতিত হ্ৰাস;
- বিজ্ঞান শাখাত নামভৰ্তিকৰণ হ্ৰাস;
- বিজ্ঞান-শিক্ষণৰ মান পুতৌজনক/নিম্নগামী;
- গৱেষণাগাৰ আৰু শ্ৰেণীকোঠাৰ আন্তঃগাঁথনিৰ অভাৱ;
- নিযুক্তি সুবিধাৰ অভাৱ।

উচ্চ শিক্ষাৰ এনে দুৰাৱস্থা আলোচনা কৰি ভাৰতৰ আগশাৰীৰ অন্যতম বাতৰিকাকত 'দ্য হিন্দু'ৰ সম্পাদকীয়ত (৭ জানুৱাৰী, ১৯৯৪) ভাৰতীয় বিজ্ঞান কংগ্ৰেছৰ উপলক্ষ্যে এনেদৰে প্ৰকাশ পাইছিল—

> ..."A lot of deadwood has got entrenched in the university system with faculty being unable to cope with rapid strides in science and technology and relying solely on outdated knowledge."

শিক্ষানুষ্ঠানবোৰত অধ্যয়ন কৰা নিম্নগামী ছাত্ৰসকলৰ বিষয়ে সম্পাদকীয়টোত আকৌ এইদৰে লিখিছে—

> "Products in a majority of cases emerge out of the higher educational institutions as intellectually emaciated individuals."

এই কথাবোৰ শুনিবলৈ যথেষ্ট কৰ্কশ হ'লেও ভাৰতবৰ্ষৰ বহুতো শিক্ষানুষ্ঠান এনেদৰে চলি আছে। কিন্তু কথা প্ৰমাণিত হৈছে বাংগালোৰ বিশ্ববিদ্যালয়ত ৩-৬ জানুৱাৰী, ২০০৩ বৰ্ষত অনুষ্ঠিত হোৱা ভাৰতীয় বিজ্ঞান কংগ্ৰেছৰ ৯০ তম অধিৱেশনে। অৰ্থাৎ ৩৩ জন বিশিষ্ট বিজ্ঞানী বঁটা অৰ্জন কৰা ব্যক্তিসকলৰ এজনো সেইসময়ৰ বিশ্ববিদ্যালয় বা মহাবিদ্যালয়ৰ শিক্ষক বা গৱেষক নাছিল। এনে কাৰ্যত সেই ৯০ তম

অধিৱেশনৰ সভাপতি কস্তুৰীৰংগনে উদ্বেগ প্ৰকাশ কৰি কৈছিল যে নতুন প্ৰজন্ম মৌলিক বিজ্ঞানৰ প্ৰতি আকৰ্ষিত নহয়। সেইকাৰণে ভাৰতত গৱেষণা পত্ৰৰ হাৰো ২০ শতাংশ কমিছে।

সেই একেধৰণে ভাৰতৰ স্কুলীয়া শিক্ষাৰ গুণগত মানো পুতৌজনক। প্ৰসঙ্গক্ৰমে "পাব্লিক ৰিপৰ্ট অন বেছিক এডুকেশ্বন" (PROBE) ৰ জৰীপ এটা উল্লেখ কৰিব পাৰি। এই প্ৰ'বৰ স্বতন্ত্ৰ পাৰদৰ্শী ব্যক্তিৰ দল এটাই ১৯৯৬-৯৭ বৰ্ষত বিহাৰ, মধ্যপ্ৰদেশ, ৰাজস্থান আৰু উত্তৰ প্ৰদেশৰ ২০০ খন গাঁৱৰ অন্তৰ্গত প্ৰাথমিক স্কুল পৰিদৰ্শন কৰিছিল। আকৌ ১০ বছৰৰ পাচত অৰ্থাৎ ২০০৫ বৰ্ষত সেই ২০০ খন গাঁৱৰ স্কুলবোৰ পৰিদৰ্শন কৰি তুলনামূলক এই ৰিপৰ্ট প্ৰকাশ কৰিলে—

- স্কুলবোৰত ছাত্ৰ-ছাত্ৰীৰ নাম-ভৰ্তিকৰণৰ সংখ্যা যথেষ্ট বৃদ্ধি পাইছে; অৰ্থাৎ ৬ বছৰৰপৰা ১২ বছৰ বয়সৰ ছাত্ৰ-ছাত্ৰীৰ সংখ্যা ৮০-৯৫ শতাংশ।
- স্কুলৰ আন্তঃগাঁথনি বৃদ্ধি পাইছে; তথা
    - পকী শ্ৰেণীকোঠা
    - তিনি চতুৰ্থাংশ স্কুলত খোৱাপানীৰ ব্যৱস্থা
    - ৬০ শতাংশ স্কুলত শৌচাগাৰৰ সুব্যৱস্থা।

কিন্তু বাস্তৱ সমস্যা হৈছে—

- শিক্ষাৰ গুণগত মান ভাবিব নোৱাৰাকৈ নিম্নগামী;
- আধাসংখ্যক স্কুল শিক্ষকৰ অনুপস্থিতিত পাঠদান নোহোৱাকৈ খালী হৈ পৰি থাকে।
- বিদ্যাদান আৰু বিদ্যাগ্ৰহণৰ ক্ষেত্ৰত মুখ্য ভূমিকা পালন কৰে মুখস্থ-বিদ্যাই।

ভাৰতৰ স্কুলীয়া শিক্ষা আৰু বিদেশৰ স্কুলীয়া শিক্ষাৰ এক তুলনামূলক অধ্যয়ন ছফট্‌ৱেৰৰ সম্ৰাট আজিম প্ৰেমজীৰ এডুকেশ্যান গ্ৰুপে ইণ্ডিয়া টুডেৰ এডুকেশ্যান গ্ৰুপৰ লগত একেলগে মিলিত হৈ বিগত ২০০৬ বৰ্ষত চলাইছিল। ভাৰতবৰ্ষৰ বিশেষকৈ কস্মপ'লিটান চিটিত থকা শ্ৰেষ্ঠ স্কুল তথা বছা বছা ১৪২ খন স্কুলৰ ৩২০০০ ছাত্ৰ-ছাত্ৰীক বিজ্ঞান, গণিত

আৰু ইংৰাজী বিষয়ত কিছুমান উন্নত প্ৰশ্নৰে পৰীক্ষা কৰিছিল। সেই একে প্ৰশ্ন বিশ্বৰ ৪৩ খন দেশৰ ছাত্ৰ-ছাত্ৰীকো দি পৰীক্ষা কৰিছিল। পৰিণাম হিচাপে দেখা গ'ল আমাৰ ছাত্ৰ-ছাত্ৰীয়ে পুৰো সদায়ে অকৃতকাৰ্য হ'ল।

প্ৰশ্নবোৰৰ দৰ্শন আছিল—

- Limit of understanding of key concepts of subjects.
- Understanding of what they learn.
- Application of knowledge to new situation.
- Relate the concept to the world outside the classroom.
- To think critically.

**Findings:**

- Top schools in India show an alarming gap in student learning.
- Indian students fare poorly in comparision to international counterpasts.
- Learning is Rote-based and does not focus on real knowledge. Indian students fare well in rote questions.
- Class vi Indian students in some tests were outdone by International students of class iv.

আমি বিশ্বশ্ৰেষ্ঠ বিশ্ববিদ্যালয় গঢ় দিবৰ বাবে স্কুলীয়া শিক্ষাক অৱহেলা কৰিলে নহ'ব। উপৰোক্ত ব্যাখ্যা (Findings) ৰ পৰিপ্ৰেক্ষিতত "নেচনেল ইউনিবাৰচিটি অব এডুকেশ্বন, প্লেনিং এণ্ড এডমিনিষ্ট্ৰেশ্বন (NUEPA)" এ "Education Development Index for 2007-08" শীৰ্ষকেৰে প্ৰকাশ কৰা ৰিপৰ্ট এটি (TOI,১৮জানুৱাৰী, ০৯) উল্লেখ কৰিব পাৰি। এই ৰিপৰ্ট অনুযায়ী প্ৰাথমিক শিক্ষাৰ উচ্চমানৰ ক্ষেত্ৰত ভাৰতত স্থান গ্ৰহণ কৰা চাৰিখন ৰাজ্য হৈছে—

১ ম ঃ পণ্ডিচেৰী; ৩ য় ঃ লক্ষ্যদ্বীপ;

২ য় ঃ কেৰেলা; ৪ ৰ্থ ঃ দিল্লী

Index based on variables–

- Access to Schools
- Infrastructure
- Quality of teachers
- Outcomes

ভাৰতবৰ্ষৰ ১৪.২৫ শতাংশ স্কুলত কম্পিউটাৰ আছে আৰু কম্পিউটাৰ বিষয়ৰ পাঠদান কৰোৱা হয়। IT চুপাৰ পাৱাৰ হিচাবে খ্যাতি অৰ্জন কৰা ৰাজ্য দুখন কৰ্ণাটক আৰু অন্ধ্ৰপ্ৰদেশত কম্পিউটাৰ থকা স্কুলৰ অৱস্থা ক্ৰমে ১১.৪৪ আৰু ১৩.৪৬ শতাংশ। ৬০ ৰ পৰা ৭০ শতাংশ স্কুলৰ ৰাজ্য ক্ৰমে দিল্লী, চণ্ডীগড়, কেৰেলা আৰু পণ্ডিচেৰী। আকৌ বিহাৰ, পশ্চিমবঙ্গ আৰু উত্তৰ প্ৰদেশত ক্ৰমে ১% (তকৈ কম), ১.৭৯% আৰু ৩.৩% স্কুলতহে কম্পিউটাৰ শিক্ষা প্ৰদান কৰা হয়।

আকৌ NUEPA ই ছাত্ৰ-ছাত্ৰীৰ ভৰ্তিকৰণৰ ক্ষেত্ৰত দেখুৱাইছে যে ভাৰতত PVT স্কুলত ২৭.৬১ শতাংশ আৰু চৰকাৰী স্কুলত ৭২.৩৩ শতাংশ ছাত্ৰ-ছাত্ৰীয়ে নামভৰ্তি কৰে। কিন্তু কেৰেলাত ৬৪.৭৭ শতাংশই PVT স্কুলত পঢ়ে। উল্লেখ্য যে ইয়াৰ সৰহ সংখ্যক PVT স্কুললৈ কেৰেলা চৰকাৰৰ সাহায্য আছে। আকৌ,



Fig. in Lakh

প্ৰাথমিক আৰু মাধ্যমিক পৰ্যায়ৰ শিক্ষানুষ্ঠানত শিক্ষকৰ সংখ্যা কম। শিক্ষক-ছাত্ৰৰ অনুপাত ভাৰতত ১ ঃ ৪০ প্ৰাথমিক পৰ্যায়ৰ বাবে (Class i-viii)। উন্নত দেশৰ অনুপাত ১ ঃ ৩০। প্ৰাথমিক পৰ্যায়ত মুঠ শিক্ষকৰ প্ৰয়োজন ৬০ লাখ। কিন্তু ৮ লাখৰ অভাৱ আজিও আছে। উচ্চতৰ মাধ্যমিক পৰ্যায়ত মুঠ শিক্ষকৰ প্ৰয়োজন ৩৮ লাখ। আছে ২৬ লাভ। অহা ২০১১ চনৰ আগে আগে ৬.৫ শতাংশ শিক্ষাৰ্থীয়ে উচ্চ শিক্ষা কৰিব। তেতিয়া প্ৰায় ২২ লাখ শিক্ষকৰ অভাৱ হ'ব পাৰে।

ভাৰতবৰ্ষৰ শিক্ষাজগতৰ দুৰৱস্থা দেখি বহুতো ছাত্ৰ-ছাত্ৰীয়ে উচ্চ শিক্ষাৰ বাবে পাশ্চাত্য জগতলৈ ঢাপলি মেলে। "ইনষ্টিটিউট অফ ইণ্টাৰনেচনেল এডুকেশ্যন"ৰ মতে (Telegraph, 18 Feb '09), বিদেশৰ উন্নত শিক্ষানুষ্ঠানত এইবাৰ ১,৬০,০০০ ভাৰতীয় ছাত্ৰই নামভৰ্তি কৰিছে, ইয়াৰে প্ৰায় ৯৫,০০০ জন আমেৰিকা যুক্তৰাষ্ট্ৰত আছে। আকৌ India Today আলোচনীত "HE is a Mess" শীৰ্ষকেৰে এটি তথ্যসমৃদ্ধ প্ৰবন্ধ প্ৰকাশ পাইছিল। আলোচনা কৰা গুৰুত্বপূৰ্ণ বিষয়কেইটা হৈছে—

- Idea of a school
  - learning is a fun, creative and should develop the full personality of a child
- IITs & IIMs are islands of Excellenhce.
  But there is something rotteu in the state of India's education–at every level.
  - Only one in Nine children (1/9) who finishes schools, euds up in university.
  - Huge shortage of Ednal institns.
  - Since 2004, total no. of PVT Univs = 49
- Quality of Education–
  As per Nasscom & Mekinsey study
  - One out of 10 general graduates is employable.
  - One out of 4 engineers is employable.
  - India has one of the lowest HE enrolment

ratio of 11%
In the US, 43%

- India's target fr er
  By 2012 : 15%
  xi plan estimates to invest
  Rs 2,26,410.00 Cr.
- Out of NAAC's gradation
  90% colleges&
  70% Universities > are middling or poor quality
- Shortage of Teachers
  Was endewic eneu in IIts (15 to 25%)
- In most Indian Wnivs
  Curricula Revision–Once in 5 to 10 yrs
  (lace in both letter & spirit)
- Shortage of Good institution
  Cut-off Mark : eg SRCC–98.75%
- $ 7bn for going to foreign university.

উচ্চশিক্ষাৰ এনে দুৰাৱস্থা অনুধাৱন কৰি ভাৰতৰ বৰ্তমানৰ প্ৰধানমন্ত্ৰী ড° মনমোহন সিঙে কৈছিল—

"Our universities and centre of excellence are falling behind the best in the world both in terms of human capital and in terms of physical infrastructure"।

গতিকে ভাৰতবৰ্ষৰ শিক্ষাব্যৱস্থা বিশেষকৈ উচ্চশিক্ষাৰ মান উন্নত আৰু নবীকৰণ কৰিবলৈ ৰাষ্ট্ৰীয় জ্ঞান কমিছন গঠন কৰা হ'ল। মুখ্য কামৰ ভিতৰত— ১৫ শতাংশ ছাত্ৰ-ছাত্ৰীৰ (উচ্চ শিক্ষানুষ্ঠানত) নাম ভৰ্তিকৰণৰ বাবে ১৫০০ বিশ্ববিদ্যালয় ২০১২ চনৰ ভিতৰত পূৰ্ণ কৰাৰ আঁচনি; ১২ খন নতুন কেন্দ্ৰীয় বিশ্ববিদ্যালয়; ৮ খন নতুন IIT; ৭ খন নতুন IIM আৰু শিক্ষকসকলৰ (বিশ্ববিদ্যালয় আৰু মহাবিদ্যালয়ৰ) দৰ্মহা ৭০ শতাংশ বৃদ্ধি। আকৌ, অলপতে "Brain gain Policy" (TOI,১১ জুলাই

২০০৯) নামেৰে এটি নীতি ভাৰতৰ মানৱ সম্পদ মন্ত্ৰনালয়ে ঘোষণা কৰিছে যাতে বিদেশত থকা জীৱনজোৰা অধ্যয়ন কৰা শিক্ষক আৰু গৱেষকক ভাৰতলৈ ঘূৰাই আনিব পাৰে (যিটো চীনদেশত প্ৰায় ৫ বছৰৰ আগতে কৰিছিল)। সেইমৰ্মে ভাৰত চৰকাৰে ১৪ খন "গ্লোবেল চেণ্টাৰ অব ইন'ভেচন" হিচাবে নতুন বিশ্ববিদ্যালয় স্থাপন কৰাৰ আঁচনি ঘোষণা

> **ন'বেল বটা বিজেতা বিজ্ঞানী তথা চিকাগো বিশ্ববিদ্যালয়ৰ একালৰ অধ্যাপক ড° এছ. চন্দ্ৰশেখৰ, হাৰ্ভাডৰ অধ্যাপক অমৰ্ত্য সেন, বিখ্যাত অৰ্থনীতিবিদ তথা ন'বেল বটাৰ বাবে কেবাবাৰো মনোনীত হোৱা জগদীশ ভাগৱতী আদিকে ধৰি প্ৰায় ৪০০০ কৃতী অধ্যাপক-অধ্যাপিকাই আমেৰিকাত অধ্যাপনা কৰি আছে। প্ৰায় ৭০০ বিজ্ঞানী-ইঞ্জিনীয়াৰে আমেৰিকাৰ চিলিকন ভেলীত ব্যুৎপত্তি প্ৰদৰ্শন কৰি ভাৰতৰ স্থিতি মজবুত কৰিছে।**

কৰিছে আৰু প্ৰতিখন বিশ্ববিদ্যালয়লৈ বছৰি ২০০ কোটি টকা মৌলিক গৱেষণাৰ বাবে মঞ্জুৰী দিব বুলি ঘোষণা কৰিছে। লগতে এই মন্ত্ৰালয়ে প্ৰতিজ্ঞা কৰিছে বিদ্যায়তনিক স্বাধীনতা অটুট ৰখাৰ; তথা শিক্ষাক্ষেত্ৰত আমোলাতন্ত্ৰৰ নিয়ন্ত্ৰণৰ পৰা বিৰত ৰখা; বিজ্ঞানাগাৰৰ অত্যাধুনিক বিজ্ঞান সঁজুলি ক্ৰয় কৰা; গৱেষক নিযুক্তি; উচ্চ খাপৰ দৰ্মহা; চৰকাৰৰ অনুমতি নোলোৱাকৈ স্বতন্ত্ৰভাবে গৱেষণা পত্ৰ প্ৰকাশ আৰু পেটেণ্ট তৈয়াৰ কৰাৰ ক্ষমতা।

শিক্ষাক্ষেত্ৰত সংযোজন আৰু আধুনিকীকৰণৰ মাধ্যমেদি শৈক্ষিক আৰু আন্তঃগাঁথনিক দিশত ভাৰতবৰ্ষক বিশ্বৰ শিক্ষানুষ্ঠাসমূহৰ সমপৰ্যায়লৈ আনিবলৈ যি ব্যৱস্থা কৰা হৈছে, সেয়া দিঠকত পৰিণত হ'বনে? অৰ্থাৎ ভাৰতবৰ্ষই বিশ্বশ্ৰেষ্ঠ বিশ্ববিদ্যালয় গঢ় দিব পাৰিবনে? এনে নিৰাশাবাদী

চিন্তা কৰাৰ থল যথেষ্ট আছে, যদিও বিদেশত প্ৰতিজন ভাৰতীয়ই নিজৰ কৰ্মদক্ষতা আৰু মেধাশক্তিৰ পৰিচয় দি আহিছে। ন'বেল বটা বিজেতা বিজ্ঞানী তথা চিকাগো বিশ্ববিদ্যালয়ৰ একালৰ অধ্যাপক ড° এছ. চন্দ্ৰশেখৰ, হাৰ্ভাডৰ অধ্যাপক অমৰ্ত্য সেন, বিখ্যাত অৰ্থনীতিবিদ তথা ন'বেল বটাৰ বাবে কেবাবাৰো মনোনীত হোৱা জগদীশ ভাগৱতী আদিকে ধৰি প্ৰায় ৪০০০ কৃতী অধ্যাপক-অধ্যাপিকাই আমেৰিকাত অধ্যাপনা কৰি আছে। প্ৰায় ৭০০ বিজ্ঞানী-ইঞ্জিনীয়াৰে আমেৰিকাৰ চিলিকন ভেলীত ব্যুৎপত্তি প্ৰদৰ্শন কৰি ভাৰতৰ স্থিতি মজবুত কৰিছে। অন্যহাতেদি ৭০০ ভাৰতীয় ইঞ্জিনীয়াৰকলৈ নেন' গাড়ী তৈয়াৰেৰে চমক সৃষ্টি কৰা ৰতন টাটা নিউয়ৰ্কৰ ক'ৰ্ণেল বিশ্ববিদ্যালয়ৰ প্ৰাক্তন ছাত্ৰ। ছফটৱেৰ পৃথিৱীৰ অন্যতম ৰজা আজীম প্ৰেমজী ষ্টেনফ'ৰ্ডত পঢ়া। সেইদৰে বায়'কণৰ স্বত্বাধিকাৰী কিৰণ মজুমদাৰ শ্বাহ অষ্ট্ৰেলিয়াৰ মলিকুৱাৰ বায়'লজিৰ ছাত্ৰী। গতিকে আমি নিজৰ দেশত নোৱাৰ মানে নাই। নিশ্চয় সফল হ'ব পৰা যাব। লাগিব মাত্ৰ আত্মবিশ্বাস, কৰ্মোদ্যম আৰু স্বতন্ত্ৰতা।

তথাপিও নিৰাশাবাদী হোৱাৰ থল আছে। "নতুন শিক্ষানীতি"ত (১৯৮৬) এষাৰ বাক্য আছে তাৰ সংশোধন নহ'ল—"There are some universities which are worse than some colleges; there are some colleges which are better than some universities"। ভাৰতৰ গৱেষণাৰ দিশটোও অতি পুতৌজনক। গৱেষণাপত্ৰৰ প্ৰকাৰ চিত্ৰখন এনেধৰণৰ—

- ১৯৮০ চনত ভাৰতৰ স্থান ঃ অষ্টম
- ১৯৯০ চনত ভাৰতৰ স্থান ঃ ত্ৰয়োদশ
- ২০০১ চনত ভাৰতৰ স্থান ঃ একবিংশ

সেইদৰে প্ৰকাশিত পত্ৰৰ গুণগত মানৰ ৰেংকিং ১১৯ স্থানত (ইউনিভাৰচিটি নিউজ, আগষ্ট ২০০৮)। আকৌ ব'ষ্টন কলেজৰ অধ্যাপক ফিলিপ অল্টবেকে "Towards creation of world-class university" (দ্য হিন্দু, ২৩ অক্টোবৰ-২০০৮) প্ৰবন্ধত দিয়া নিৰ্দেশনাকেইটা উল্লেখ কৰিব পাৰি—

বিশ্বশ্রেষ্ঠ বিশ্ববিদ্যালয়ৰ প্ৰয়োজন ঃ

- অনুসন্ধান;
- বিজ্ঞানসন্মত আঁচনি;
- প্ৰচলিত পদ্ধতিৰ ত্ৰুটিবোৰৰ বিশ্লেষণ;
- প্ৰচলিত পদ্ধতিৰ কোনো সাল-সলনি নঘটোৱাকৈ বা উন্নতি সাধন নকৰাকে' দৰ্মহা বৃদ্ধি অনুচিত।
- শিক্ষাজগতৰ দুৰ্নীতি, বিশ্ববিদ্যালয় মঞ্জুৰী আয়োগৰ পৰা আৰম্ভ কৰি কিছুমান বিশ্ববিদ্যালয় আৰু মহাবিদ্যালয়ৰ বহুতো স্তৰত ঘটি থকা দুৰ্নীতি বন্ধ হ'ব লাগিব।
- শিক্ষানুষ্ঠানৰ প্ৰতিটো স্তৰতে উৎকৰ্ষতা সৃষ্টি কৰিব আৰু ৰক্ষিত হ'ব লাগিব।

গতিকে উচ্চশিক্ষাত দেখা দিয়া সমস্যাবোৰ পৰীক্ষা আৰু নিৰীক্ষণ কৰি প্ৰকৃত বাস্তৱিক সমাধানৰ সূত্ৰ উলিয়াব লাগিব। প্ৰচলিত পদ্ধতিৰ (System) আমূল পৰিবৰ্তন নহ'লে বিশ্বশ্ৰেষ্ঠ বিশ্ববিদ্যালয় গঢ় দিয়া কঠিন হ'ব।

---

# চিন্তাশক্তিৰ কৃতিত্ব

Imagination is more important than knowledge.
–A. Einstein

মানুহৰ সকলো কৰ্ম আৰু কৃতিত্বৰ উৎস হ'ল চিন্তা। চিন্তাৰ উন্মেষেৰেই আৰম্ভ মানুহৰ বিৱৰ্তনৰ ক্ষেত্ৰত আটাইতকৈ ডাঙৰ যুগান্তকাৰী বিপ্লৱ। মানুহৰ চিন্তাৰ ফলত [illegible] আৱিষ্কাৰ আৰু উদ্ভাৱনাই জন্ম লৈছে তেতিয়াই সৃষ্টি হ'ল বিশ্বৰ শাশ্বত দৃষ্টিভংগী আৰু বিচাৰ পাছে যুগ যুগ ধৰি হাবাথুৰি খাই অহা বিশ বহু সাৰ ব্যাখ্যাৰ

*বিজ্ঞানৰ অগ্ৰগতি নদীৰ বলিয়া বানে হঠাৎ পাৰ বুৰাই প্লাৱিত কৰাৰ দৰে এদিনতে একজনৰ প্ৰচেষ্টাত হোৱা নাই; অগ্ৰগতি হৈছে বহু বিজ্ঞানীৰ নিৰলস প্ৰচেষ্টাৰ ফলত। বিজ্ঞানৰ সাফল্যত যিদৰে উচ্চ পৰ্যায়ৰ গণিতৰ প্ৰয়োগ গুৰুত্বপূৰ্ণ, সেইদৰে বিজ্ঞানীক অন্তহীনভাৱে সৃষ্টিশীল কৰি ৰাখিবলৈ উদ্দীপনাময় চিন্তাৰ প্ৰয়োজনো অধিক।*

সমাধান। লগতে এনে কিছুমান বিষয়ৰ জন্ম হ'ল, যিবোৰৰ দ্বাৰা মানুহৰ উৎকৃষ্ট চিন্তাৰ উন্মেষ ঘটিল। যুগে যুগে যিসকল মনীষীয়ে তেওঁলোকৰ সৰ্বশ্ৰেষ্ঠ কীৰ্তি দেখুৱাই মানৱ সভ্যতাক মহীয়ান কৰি তুলিছে, সেইসকলৰ ভিতৰত ষ্টিফেন হকিং অন্যতম। ইংলেণ্ডৰ বিখ্যাত কেমব্ৰিজ বিশ্ববিদ্যালয়ৰ অধ্যাপক হকিঙৰ থিয়'ৰিটিকেল ফিজিক্স আৰু থিয়'ৰিটিকেল কছম'লজী বিষয়ত অৱদান অতুলনীয়। তেখেতক আধুনিক যুগৰ আইনষ্টাইন বুলি অভিহিত কৰা হৈছে। অৱশ্যে বিশ্বৰ সৰ্বসাধাৰণ মানুহৰ মাজত তেখেতৰ ***A Brief History of Time*** নামৰ কিতাপখন বেছি জনপ্ৰিয়। তেখেতক জীৱনজোৰা গৱেষণা আৰু মৌলিক অৱদানৰ বাবে ইংলেণ্ড ৰয়েল ছ'চাইটী নামৰ বিখ্যাত বিজ্ঞান সংস্থাটোৱে ক'পলেই (copley) পুৰষ্কাৰ নামৰ সন্মানীয় আৰু আটাইতকৈ পুৰণি বৈজ্ঞানিক বঁটা অহা ৩০ নৱেম্বৰত প্ৰদান কৰিব বুলি অলপতে ঘোষণা কৰিছে। ইয়াৰ আগতে এই বঁটা লাভ কৰা বিজ্ঞানীসকলৰ ভিতৰত চাৰ্লছ ডাৰউইন, বেঞ্জামিন ফ্ৰেংকলিন, এলবাৰ্ট আইনষ্টাইন, কেপ্তইন জেমছ, কুকু আদি অন্যতম।



ক'পলেই বঁটা প্ৰদান কৰা ইংলেণ্ডৰ 'দি ৰয়েল ছ'চাইটী অব লণ্ডন ফৰ ইম্প্ৰুভিং নেচাৰেল ন'লেজ' নামৰ আধাৰত ইংলণ্ডৰ বিজ্ঞানীৰ দল এটাই বৈজ্ঞানিক জ্ঞানৰ আদান প্ৰদানৰ বাবে এটা অনানুষ্ঠানিক সংস্থা আৰম্ভ কৰিছিল। ইয়াৰ গুৰুত্ব উপলব্ধি কৰি

ভোটদান কৰা বিজ্ঞানীসকলে এইবুলি যুক্তি দৰ্শালে যে নিউটনৰ বৈজ্ঞানিক অৱদান বেছি গুৰুত্বপূৰ্ণ; কাৰণ তেখেতে নিজে অৱকলন গণিত আৱিষ্কাৰ কৰি মধ্যাকৰ্ষণ শক্তি প্ৰমাণ কৰিবলৈ সেই গণিত ব্যৱহাৰ কৰিছিল। সেয়েহে ৰয়েল ছ'চাইটিৰ অন্য এক প্ৰশ্ন — 'মানৱ জাতিৰ কল্যাণৰ প্ৰতি কোনজনৰ অৰিহণা কিমান'ৰ উত্তৰত ৫০.১ শতাংশ জনসাধাৰণে আৰু ৬০.৯ শতাংশ বিজ্ঞানীয়ে নিউটনৰ সপক্ষে ভোট দিলে। জাৰ্মানীত জন্মগ্ৰহণ কৰা ইহুদী বিজ্ঞানী আইনষ্টাইনে দুয়োটা ক্ষেত্ৰতে নিউটনতকৈ কম ভোট পালে।

বিজ্ঞানী এজনৰ কীৰ্তি তথা সৰ্বশ্ৰেষ্ঠ কীৰ্তি জানো ভোটৰ দ্বাৰা নিৰ্দ্ধাৰণ কৰিব পাৰি। বিজ্ঞানৰ অগ্ৰগতি নদীৰ বলিয়া বানে হঠাৎ পাৰ বুৰাই প্লাবিত কৰাৰ দৰে এদিনত এজনৰ প্ৰচেষ্টাত হোৱা নাই, অগ্ৰগতি হৈছে বহু বিজ্ঞানীৰ নিৰলস প্ৰচেষ্টাৰ ফলত। বিজ্ঞানৰ সাফল্যত যিদৰে উচ্চ পৰ্যায়ৰ গণিতৰ প্ৰয়োগ গুৰুত্বপূৰ্ণ, সেইদৰে বিজ্ঞানীক অন্তহীনভাৱে সৃষ্টিশীল কৰি ৰাখিবলৈ উদ্দীপনাময় চিন্তাৰ প্ৰয়োজনো অধিক। গতিকে উচ্চ পৰ্যায়ৰ গাণিতিকতাত সৃষ্টিশীল চেতনাৰ উন্মেষ নঘটিলে, প্ৰতিভা মনীষালৈ ৰূপান্তিৰত নহয়। এই মনীষাই কলা সাহিত্য, বিজ্ঞান আদি সকলোলৈকে আনি দিয়ে এক নৱস্পন্দন আৰু বিজ্ঞানীক বা সাহিত্যিকসকলক এক চেতনাসিদ্ধ কৰ্মযোগীৰ দৰে জীৱনজোৰা সাধনাত ব্ৰতী হ'বলৈ অনুপ্ৰাণিত কৰে। সেইকাৰণে ক'ব পাৰি মেক্স প্লাংকৰ অৱদান অবিহনে আইনষ্টাইনৰ সাফল্য চিন্তা কৰিব নোৱাৰি আৰু আইনষ্টাইন অবিহনে প'ল ডিৰাকৰ অৱদানো অসম্ভৱ, ঠিক তেনেকৈ ক'পাৰ্ণিকাছ আৰু টাইক'ব্ৰাহেৰ বৈজ্ঞানিক বিপ্লৱ অবিহনে নিউটনৰ আৱিষ্কাৰ তথা মধ্যাকৰ্ষণ গতিসূত্ৰ আৰু অৱকলন গণিতৰ বিষয়ে চিন্তা কৰাটো অসম্ভৱ হ'লহেতেন। তথাপি কিছুসংখ্যক বিজ্ঞানীয়ে আইনষ্টাইনক এক সুকীয়া আসন দিব বিচাৰে। আন্তৰ্জাতিক খ্যাতিসম্পন্ন ভাৰতীয় বিজ্ঞানী জয়ন্ত বিষ্ণু নাৰ্লিকাৰ 'টাইমছ অব ইণ্ডিয়া' কাকতত প্ৰকাশিত 'বিউটিফুল মাইণ্ড' নামৰ সম্পাদকীয়টো এই প্ৰসঙ্গত উল্লেখ কৰিব পাৰি। কুৰি শতিকাৰ দোকমোকালিত দুটা নতুন মৌলিক আৱিষ্কাৰে বিজ্ঞান জগতত তথা

গোটেই বিশ্বত এটা নৱজাগৰণ সৃষ্টি কৰিলে। এটা হৈছে মেক্স প্লাণ্টৰ কোৱাণ্টাম বিজ্ঞান (১৯০০ চনত) আৰু আনটো আইনষ্টাইনৰ আপেক্ষিকতাবাদ (১৯০৫ চনত)। কোৱাণ্টাম বিজ্ঞানৰ ক্ৰমোন্নতিত প্লাংকৰ পিছত এদল বিজ্ঞানীৰ অৰিহণা উল্লেখনীয়। কিন্তু আপেক্ষিকতাবাদৰ সফলতাৰ ক্ষেত্ৰত আছিল আইনষ্টাইনৰ একক অৱদান। আপেক্ষিকতাবাদ তত্ত্বই ৩০০ বছৰ ধৰি চলি অহা নিউটনীয় পদাৰ্থ বিজ্ঞানৰ এক আমূল পৰিবৰ্তন ঘটালে। কোনো পদাৰ্থৰ গতিৰ লগত তাৰ দৈৰ্ঘৰ সংকোচন, সময়ৰ সম্প্ৰসাৰণ, ভৰৰ বৃদ্ধি, ভৰ আৰু শক্তিৰ সমতুল্যতা, চতুৰ্মাত্ৰীয় আকাশ-কাল (Space-Time) আদি তেওঁৰ ধাৰণাবোৰ ইমান অভিনৱ আছিল যে এইবোৰে বিজ্ঞান জগতত এক আলোড়ন সৃষ্টি কৰাৰ উপৰি সমগ্ৰ বিশ্ববাসীক এক বৈপ্লবিক চিন্তাৰ খোৰাক দিছিল আৰু নতুন পথেৰে আগবাঢ়ি যাবলৈ অনুপ্ৰাণিত কৰাইছিল। প্ৰসঙ্গক্ৰমে উল্লেখ কৰিব পাৰি যে কোৱাণ্টাম বিজ্ঞান আপেক্ষিকতাবাদে বেদান্ত আৰু সাংখ্য দৰ্শনৰ বহুতো তত্ত্ব বিশ্লেষণাত্মক দৃষ্টিৰে ব্যাখ্যা কৰাবলৈ পথ সুচল কৰি দিলে। বিজ্ঞান জগতৰ এগৰাকী মৌলিক আৱিষ্কাৰকৰ উপৰি আইনষ্টাইন আছিল এজন মহৎ লোক, অৰ্থাৎ ব্যক্তিগত ঈৰ্ষা-অসূয়াৰ উৰ্দ্ধত থকা আইনষ্টাইনে জীৱনজোৰা খ্যাতি লাভ কৰাৰ পিছতো তেওঁ কাহানিও গৌৰৱ বা অহংকাৰ কৰা নাছিল। কুৰি শতিকাৰ শ্ৰেষ্ঠ মনীষী হিচাপে বিখ্যাত 'টাইম' আলোচনীয়ে তেওঁক চিহ্নিত কৰিছিল।



নহয় আৰু কোনো কাৰ্যৰ কীৰ্তিত্ব লাভ কৰিব নোৱাৰি।"
সেইকাৰণে বিখ্যাত গণিতজ্ঞ হেনৰী পইনকেয়াৰে কৈছে—

"The scientist studies Nature because he takes pleasure in it and he takes pleasure in it, because it is beautiful"।

### উৎকৃষ্টতাৰ সন্ধানত

গ্ৰীক দাৰ্শনিক এৰিষ্টট'লে কৈছে— 'We are, what we repeatedly do; Excellence, then, is not an act, but habit'। এই বিশ্বত যিমানবোৰ যুগান্তকাৰী ধাৰণাৰ জন্ম বা সত্যৰ উদঘাটন হৈছে, সেইবোৰ হঠাৎ বা আকস্মিভাৱে আৱিষ্কাৰ হোৱা নাই, সেইবোৰৰ সম্ভৱ হৈছে বহু মনীষীৰ নিৰবচ্ছিন্ন চিন্তা, পৰীক্ষা-নিৰীক্ষা আৰু অধ্যৱসায়ৰ ফলত। ইয়াকে এৰিষ্টটলে অভ্যাস বুলি কৈছে। ইয়াৰ বাবে সাধনাৰ প্ৰয়োজন। ব্ৰহ্মপুত্ৰৰ বলিয়া বানে মথাউৰি ভাঙি চৌদিশ প্লাবিত কৰাৰ দৰে, মানৱ সভ্যতাৰ পৰিৱৰ্তন বা উত্তৰণ হঠাৎ হোৱা নাই।

ভাল কামৰ বাবে যেনেকৈ অধ্যৱসায় আৰু যোগ্যতাৰ প্ৰয়োজন, তেনেকৈ কালজয়ী সৃষ্টিশীল কামৰ বাবে প্ৰয়োজন প্ৰতিভা আৰু অনুসন্ধিৎসু মনৰ। কেৱল ইচ্ছা থাকিলেই এজন ব্যক্তি সৃষ্টিশীল সাহিত্যিক বা বিজ্ঞানী হ'ব নোৱাৰে। ইয়াৰ বাবে প্ৰয়োজন প্ৰতিভা, কঠোৰ পৰিশ্ৰম, আত্মসংযম আৰু সুযোগ। বিশ্ববিখ্যাত আমেৰিকান বিজ্ঞানী টমাছ আলভা এডিচনে প্ৰতিভাৰ সংজ্ঞা দিছিল এনেদৰে— এভাগ অনুপ্ৰেৰণা আৰু ৯৯ ভাগ কঠোৰ পৰিশ্ৰমৰ সংমিশ্ৰণত প্ৰতিভাৰ জন্ম হয়। টমাছ আলভা এডিচন নিজেই এগৰাকী কঠোৰ পৰিশ্ৰমৰ প্ৰতীক আছিল। তেখেতৰ ৩৭০০ খন টোকবহী আছিল য'ত সন্নিবিষ্ট কৰা আছিল তেখেতৰ কালজয়ী আৱিষ্কাৰসমূহৰ ধাৰণা আৰু মৌলিক চিন্তা, লগতে আছিল বিশ্বৰ চিন্তাবিদ তথা বিজ্ঞানীসকলৰ ন ন ভাববোৰ।

বৃটিছ মনোবিজ্ঞানী অধ্যাপক মাইকেল হ'বেই কৈছে— "Talent is a myth – Hardwork brings success" আৰু কৈছে "Excellent

is determined by six factors-opportunity, encouragement, training, motivation, self control and practice" (অৰ্থাৎ, উৎকৃষ্টতা নিৰ্দ্ধাৰিত হয় ছটা বৈশিষ্ট্যৰ ওপৰত —সুযোগ, অনুপ্ৰেৰণা, অনুশীলন, অনুপ্ৰাণিতকৰণ, আত্মসংযম আৰু অভ্যাস)। উৎকৃষ্ট ছাত্ৰ-ছাত্ৰী তৈয়াৰ কৰিবৰ বাবে উৎকৃষ্ট শিক্ষা প্ৰদান কৰা শিক্ষানুষ্ঠানৰ প্ৰয়োজন। আজিৰ যুগটোক প্ৰতিযোগিতাৰ যুগ বুলি কোৱা হয়। গতিকে ভাল শিক্ষা তথা গুণগত জ্ঞান আৰু উদ্ভাৱনমূলক প্ৰতিভা জগাই তুলিব পৰা শিক্ষাৰ প্ৰয়োজন। পাশ্চাত্য শিক্ষা পদ্ধতিৰে ছাত্ৰ এজনক অনুসন্ধিৎসু মন গঢ়াৰ সুবিধা দিয়াৰ লগতে সৃষ্টি কৰে এক সৃজনীশীলতাৰ পৰিবেশ। সেই কাৰণে যিমানবোৰ মৌলিক আৱিষ্কাৰ হৈছে সেই সকলোবোৰৰ পাতনি মেলিছে পাশ্চাত্য দেশবোৰত। পাশ্চাত্য দেশবোৰত এনে কিছুমান শিক্ষানুষ্ঠান আছে, যিবোৰে কিছুমান কালজয়ী চিন্তাবিদ, বিজ্ঞানী, সাহিত্যিক আদি পুৰুষক জন্ম দিছে, যিসকলৰ চিৰস্থায়ী আপুৰুগীয়া অৱদানে মানৱ সভ্যতাক সঠিক দিশত গতি কৰিবৰ বাবে ইন্ধন যোগাইছে। আমাৰ ভাৰতবৰ্ষত আই আই টি আৰু আই আই এম কেইখনত উৎকৃষ্ট শিক্ষা প্ৰদান কৰা বুলি দাবী কৰা হয়। কিন্তু বিশ্বৰ ৫০ খন উৎকৃষ্ট শিক্ষানুষ্ঠানৰ তালিকাত ভাৰতৰ আই আই টি বা আই আই এম এখনৰো নাম নাই। দুবছৰৰ আগতে চীনৰ জিয়াও টং বিশ্ববিদ্যালয়ে (Jiao Tong University) বিশ্বৰ ২০০০ খন বিশ্ববিদ্যালয়ৰ ওপৰত এক জৰীপ চলাই ক্ৰমানুযায়ী এখন তালিকা প্ৰস্তুত কৰি উলিয়াইছিল। জৰীপ চলাওতে পাঁচটা বৈশিষ্ট্যৰ ওপৰত গুৰুত্ব দিছিল—

১. ন'বেল বঁটা লাভ কৰা শিক্ষক বা গৱেষকৰ সংখ্যা,
২. উৎকৃষ্ট গৱেষণাৰ ভিত্তিত কিমান শিক্ষক নিযুক্তি হৈছে,
৩. 'চাইন্স' আৰু 'নেচাৰ' নামৰ আন্তৰ্জাতিক খ্যাতি থকা জাৰ্ণেলত কেইজন শিক্ষকৰ গৱেষণা পত্ৰ প্ৰকাশ পাইছে,
৪. গৱেষণা পত্ৰৰ বিজ্ঞান উদ্ধৃতিসূচক (Science Citation Index) কিমান,
৫. বিশ্ববিদ্যালয়ৰ বিভাগীয় অধ্যাপক-অধ্যাপিকাসকলৰ বিদ্যায়তনিক

সাফল্য কেনেধৰণৰ।

এনে নিৰ্ণায়কৰ ভিত্তিত প্ৰকাশ কৰা তালিকাখনৰ প্ৰথম চাৰিখন বিশ্ববিদ্যালয় ক্ৰমে আমেৰিকাৰ হাৰ্ভাড, ষ্টেনফৰ্ড বিশ্ববিদ্যালয়, কালিফৰ্ণিয়া ইনষ্টিটিউট অব টেক্‌নলজি আৰু বাৰ্কলিৰ কালিফৰ্ণিয়া বিশ্ববিদ্যালয়। এই তালিকাখনৰ প্ৰথম ৫০ খনৰ ৩৫ খন বিশ্ববিদ্যালয় আমেৰিকা যুক্তৰাষ্ট্ৰৰ। বাকী কেইখন ইউৰোপ, জাপান, কানাডা আৰু অষ্ট্ৰেলিয়াৰ। বাঙ্গালুৰুত অৱস্থিত ইণ্ডিয়ান ইন্‌ষ্টিটিউট অব চায়েন্স (IISc) এই তালিকাৰ ২৫১-৩০০ খণ্ডত আৰু দিল্লী, খড়্‌গপুৰৰ আই টি দুখন ৪৫১-৫০০ খণ্ডত অৱস্থিত।

ভাৰতৰ বিশ্ববিদ্যালয় আৰু মহাবিদ্যালয়বোৰৰ এনে অৱনমিত মানৰ বিষয়ে যোৱা শতিকাত জে. এন. কাপুৰ, কস্তুৰীৰঙ্গা আদি শিক্ষাবিদ তথা বিজ্ঞানীসকলে উদ্বেগ প্ৰকাশ কৰিছিল। কাৰণ ইণ্ডিয়ান চায়েন্স কংগ্ৰেছৰ বাঙ্গালোৰত অনুষ্ঠিত ১৯৯০ বৰ্ষৰ অধিৱেশনত সভাপতি কস্তুৰী ৰঙ্গাই যথেষ্ট উদ্বেগ প্ৰকাশ কৰিছিল, যেতিয়া মৌলিক গৱেষণাৰ ভিত্তিত ভাৰতৰ বিশ্ববিদ্যালয় আৰু মহাবিদ্যালয়ৰ কৰ্মৰত ৪ লাখ শিক্ষক-শিক্ষয়িত্ৰীৰ এজনেও স্বীকৃতি নেপালে। তথাপিও উৎকৃষ্টতাৰ সন্ধানত পৰিপ্ৰেক্ষিতত India Today ৰ এক গ্ৰুপে ভাৰতবৰ্ষৰ মহাবিদ্যালয়বোৰৰ ওপৰত এক জৰীপ চলাই প্ৰকাশ কৰা তালিকাৰ বিষয়ে আলোচনা কৰিব পাৰি। ইণ্ডিয়া টুডেৰ সহযোগত AC NIELSEN-ORG-MRG গ্ৰুপে প্ৰতি বছৰে ভাৰতৰ মহাবিদ্যালয়সমূহৰ (কলা, বিজ্ঞান, কমাৰ্চ, ইঞ্জিনীয়াৰিং, আইন আৰু মেডিকেল শাখাৰ) ৰেংকিং ১৯৯৭ চনৰ পৰা প্ৰকাশ কৰি আহিছে যাতে মেধাবী ছাত্ৰ-ছাত্ৰীয়ে নিজৰ ৰুচি অনুযায়ী পঢ়িবৰ বাবে মহাবিদ্যালয় বাছি ল'ব পাৰে। ভাৰতবৰ্ষত বৰ্তমান প্ৰায় ১৭,৬২৫ খন মহাবিদ্যালয় আৰু ৩৪২ খন বিশ্ববিদ্যালয় আছে। এই মহাবিদ্যালয়সমূহৰপৰা ২০ খনকৈ মহাবিদ্যালয় বিভিন্ন শাখাত বাচি উলিয়াই Top 10 নামৰ তালিকাত অন্তৰ্ভুক্ত কৰাটো বৰ সহজ নহয়। সাতটা বৈশিষ্ট্য (Criteria)ৰ ওপৰত ভিত্তি কৰি বাচনি কৰা হৈছে। তাৰে ভিতৰত শিক্ষকৰ গুণগত দিশ আৰু ছাত্ৰ-ছাত্ৰীৰ মান অন্যতম। কলা,

কমার্চ, বিজ্ঞান, ইঞ্জিনীয়াৰিং, আইন আৰু মেডিকেল —প্ৰতিটো শাখাত প্ৰথম স্থান লাভ কৰা মহাবিদ্যালয়কেইখন হৈছে ক্ৰমে চেইণ্ট জেভিয়াৰ্চ কলেজ (মুম্বাই), এচ আৰ চি চি (দিল্লী), লয়লা কলেজ (চেন্নাই), আই আই টি (দিল্লী), এন এল এচ আই ইউ (বাংগালোৰ) আৰু এইমছ (দিল্লী)। উদাহৰণ হিচাপে লয়লা কলেজৰ অধ্যক্ষ ফাডাৰ এলবাৰ্টৰ কথা উল্লেখ কৰিব পাৰি— "We develop student's personality and inculcate social consciousness"। আকৌ ইউ জি চিয়ে ইতিমধ্যে লয়লা কলেজক উৎকৃষ্টতাৰ কেন্দ্ৰ হিচাপে স্বীকৃতি দি এক কোটি টকা অনুদান হিচাপে আগবঢ়াইছে। শিক্ষাদানৰ পৰা আৰম্ভ কৰি গৱেষণালৈকে শিক্ষকসকলৰ অৰিহণা অতুলনীয়। এই কলেজৰ বায়'টেকন'লজি বিভাগ ভাৰতৰ শ্ৰেষ্ঠ দহটা কেন্দ্ৰ ভিতৰত এটা। এনে কলেজবোৰৰ আন্তঃগাঁথনি ইমানেই মজবুত যে ভাৰতত বা বাহিৰত দক্ষতা বা উৎকৃষ্ট গুণসম্পন্ন ভাৰতীয়সকলৰ সৰহ সংখ্যক এই কলেজবোৰৰ প্ৰাক্তন ছাত্ৰ। প্ৰসঙ্গক্ৰমে অৰ্থনীতিত ন'বেল বঁটা বিজেতা অমৰ্ত্য সেন ক'লকাতাৰ প্ৰেচিডেন্সি কলেজৰ; পদাৰ্থ বিজ্ঞানত ন'বেল বঁটা বিজেতা এছ চন্দ্ৰশেখৰ প্ৰেচিডেন্সি কলেজ, চেন্নাইৰ; বৰ্তমানৰ কেন্দ্ৰীয় বিত্তমন্ত্ৰী পি চিদাম্বৰম লয়লা কলেজৰ; আইনজীৱী, লেখক তথা আমেৰিকা যুক্তৰাষ্ট্ৰৰ প্ৰাক্তন ৰাষ্ট্ৰদূত ননী পাল্কিৱালা আৰু বিখ্যাত ক্ৰিকেটাৰ সুনীল গাভাস্কাৰ মুম্বাইৰ চেইণ্ট জেভিয়াৰ্ছ কলেজৰ প্ৰাক্তন ছাত্ৰ। ইঞ্জিনীয়াৰিং শাখাত প্ৰথম স্থান লাভ কৰা অনুষ্ঠান দিল্লীৰ আই আই টিৰ সঞ্চালকজনে কৈছে— "Good studenuts mean nothing-unless excellence is sustained and nurtured"।

আজি বিশ্বায়নৰ যুগত ব্যক্তিগত খণ্ডৰ গুৰুত্ব বাঢ়িছে আৰু বহুজাতিক প্ৰতিষ্ঠানবোৰত লোভনীয় দৰ্মহাৰ বহুধৰণৰ বহুসংখ্যক চাকৰি বৃদ্ধি পাইছে। সেয়েহে ব্যক্তিগত খণ্ডৰ যিকোনো প্ৰতিষ্ঠানেই নিযুক্তিৰ ক্ষেত্ৰত উৎকৃষ্টতা আৰু দক্ষতাসম্পন্ন লোক বিচাৰে। কাৰণ বিশ্বৰ প্ৰতিযোগিতামূলক ক্ষেত্ৰখনত বহুজাতিক প্ৰতিষ্ঠান এটাই নিজৰ উৎপাদিত সামগ্ৰী বিক্ৰীৰ বাবে উৎকৃষ্ট মানৰ হোৱাটো বিচাৰে।

সেইকাৰণে এই প্ৰতিষ্ঠানবোৰৰ নিজা উচ্চমানৰ গৱেষণা আৰু বিকাশ চেল (R&D) আছে, য'ত বিশ্বৰ মেধাসকলক নিযুক্তি দিছে। ভাৰতবৰ্ষৰ বিশ্ববিদ্যালয়বোৰত থকা গৱেষণাৰ শিতানত সাত বিলিয়ন ডলাৰ ব্যয় কৰাৰ বিপৰীতে ভাৰত চৰকাৰৰ গৱেষণাক সামৰি সম্পূৰ্ণ বিজ্ঞান আৰু প্ৰযুক্তি বিভাগত যোৱা বছৰৰ বছৰেকীয়া মুঠ ব্যয় আছিল তিনি বিলিয়ন ডলাৰতকৈ কম। গতিকে উৎকৃষ্টতা বা মহান সাফল্যৰ বাবে শিক্ষক বা গৱেষকসকলৰ নিষ্ঠা আৰু কঠোৰ পৰিশ্ৰমৰ উপৰিও ৰাষ্ট্ৰ তথা শিক্ষানুষ্ঠান এখানে যথেষ্ট টকা ব্যয় কৰিব লাগিব।

ভাৰতবৰ্ষৰ বিশ্ববিদ্যালয় আৰু মহাবিদ্যালয়বোৰত যাতে নতুন উদ্ভাৱন আৰু উৎকৃষ্টতাৰ বীজ ৰোপন হয়, তাৰ বাবে বিশ্ববিদ্যালয় অনুদান আয়োগৰ লগতে কেন্দ্ৰীয় চৰকাৰেও নতুন নতুন পদক্ষেপ গ্ৰহণ কৰা পৰিলক্ষিত হৈছে। বিগত বৰ্ষত কিছুমান শিক্ষানুষ্ঠানক উৎকৃষ্ট জ্ঞান অবিহনে জ্ঞান অবিহনে ৰাষ্ট্ৰৰ বিকাশ বৃথা —এই ধাৰণাক লক্ষ্য হিচাপে লৈ ভাৰতৰ বৰ্তমান প্ৰধানমন্ত্ৰী ড° মনমোহন সিঙে 'ৰাষ্ট্ৰীয় জ্ঞান কমিচন' (National Knowledge Commission) বিগত বছৰত গঠন কৰি দিছে। জ্ঞান কমিচন উদ্বোধন কৰোতে প্ৰধান মন্ত্ৰী ড° মনমোহন সিঙে এইবুলি কৈছে —

> "I would like the knowledge commission to come forward with bold proposals aimed at improving excellence in research and teaching, specially in the frontier areas of mathematics, scienhce & technologies ... The time has come for us to creat a second wave of institution building and of excellence in the field of education, research and capability building in India so that we are better prepared for hthe 21st century."

## সুন্দৰৰ সৰু বৰ আলিয়েদি

সুন্দৰে যে ফুলাৰ মন্ত্ৰ অহোৰাত্ৰ মাতে।
সেয়েহে আজি ইমান ফুল প্ৰভাতে প্ৰভাতে।।

—জ্যোতিপ্ৰসাদ আগৰৱালা

"আমি যেনে চিন্তা কৰোঁ, তেনে হওঁ। আজি আমি যেনে হৈছো, সেয়া আমাৰ চিন্তাৰ প্ৰতিফলিত ৰূপ। আমাৰ চিন্তাৰে আমাৰ জগতখন তৈয়াৰ কৰিছো।" বুদ্ধদেৱৰ এই বাণীয়ে মানৱ জাতিক শুদ্ধ চিন্তা আৰু ধাৰণাৰ এক সম্যক জ্ঞান দিছে। অৰ্থাৎ চিন্তা কৰাৰ প্ৰক্ৰিয়া শুদ্ধ নহ'লে, কৰ্ম শুদ্ধ নহয় আৰু ফলাফলো ধনাত্মক নহয়। প্ৰসঙ্গক্ৰমে ৰামায়ণৰ বীৰ ৰাৱনৰ চৰিত্ৰৰ কথা উল্লেখ কৰিব পাৰি। মহাপ্ৰতাপী, জ্ঞানী, যোগী লংকাৰ ৰজা ৰাৱনে নিজৰ ভনীয়েকৰ অপমানৰ প্ৰতিশোধ ৰামৰ ওপৰত ল'বলৈ গৈ কিয় 'পৰস্ত্ৰী হৰণৰ পথ' বাছি ল'লে? অন্য পন্থাও তেওঁ বাচি ল'ব পাৰিলেহেঁতেন। মনোবিজ্ঞানী ফ্ৰয়েডে কৈছে— 'Thought is action in rehearsal'। পৃথিৱীৰ সকলো সভ্য দেশতেই শুদ্ধ চিন্তাৰ সৃষ্টি আৰু বিকাশ ঘটিছিল। চক্ৰেটিছ, প্লেটো, এৰিষ্টটল আদি শ্ৰেষ্ঠ তাৰকাসকলে গ্ৰীক সভ্যতাৰ, গ্ৰীক সংস্কৃতিৰ গুৰি ধৰি গ্ৰীক জাতিটোক মহীয়ান কৰি তুলিছিল; লগতে সমগ্ৰ মানৱ সমাজক বিপুলভাৱে প্ৰভাবান্বিত কৰিছিল। অন্যহাতেদি ইউৰোপৰ নৱজাগৰণে চিন্তাৰ বৰ আলি গঢ়িবৰ বাবে যি জোকাৰণিৰ সৃষ্টি কৰিছিল, সেই জোকাৰণিৰ চৌৰে বিশ্বৰ মানৱ সমাজক পুৰণিকলীয়া নীতি-নিয়ম বা ঠেক গণ্ডীৰ বিপক্ষে থিয় হ'বলৈ শিকালে; ন ন প্ৰশ্নৰে বিশ্ব ব্ৰহ্মাণ্ডৰ ৰহস্যবোৰৰ বিষয়ে জানিবৰ বাবে মনীষীসকল অনুপ্ৰাণিত হ'ল। আধুনিক যুগৰ এগৰাকী সৰ্বশ্ৰেষ্ঠ চিন্তাবিদ হিচাপে পৰিগণিত ইংৰাজ দাৰ্শনিক ফ্ৰান্সিচ বেকনে কিতাপ পঢ়াৰ আন্দোলন গঢ়ি তুলিলে। ইউৰোপৰ নৱজাগৰণৰ অন্যতম চিন্তাবিদ তথা ফৰাচী গণিতজ্ঞ ৰেণে ডেকাৰ্টৰ এষাৰ বাণীয়ে— 'I think, therefore, I exist' চিন্তাৰ এক নতুন পথৰ সৃষ্টি কৰিলে আৰু গঢ় দিলে

সুন্দৰৰ বৰ আলি তথা আধুনিক দৰ্শনৰ ভেটি। শুদ্ধ চিন্তাৰ অন্যতম পথ প্ৰদৰ্শক গেলিলিঅ' গেলিলিৰ মূলমন্ত্ৰ— পৰীক্ষা, পৰ্যবেক্ষণ আৰু গাণিতিক বিশ্লেষণে আৰম্ভ কৰিলে আধুনিক বিজ্ঞানৰ জয়যাত্ৰা। নৱজাগৰণৰ সময়ত ইউৰোপৰ মনীষীসকলৰ চিন্তা চৰ্চা ইমানেই প্ৰভাৱশালী আছিল যে, গোটেই বিশ্বৰ মানৱ সমাজত চিন্তাৰ এক বৈপ্লৱিক পৰিৱৰ্তন সেই মনীষীসকল সমৰ্থ হৈছিল। অৰ্থাৎ মানুহৰ বৌদ্ধিক মুক্তিৰ পথ মুকলি হৈছিল। মানুহে মুকলিমূৰীয়াকৈ চিন্তা কৰিবলৈ গণতান্ত্ৰিক অধিকাৰ আয়ত্ব কৰিলে। সেইকাৰণে ৫০০০ বছৰীয়া মানৱ সভ্যতাৰ যিমানবোৰ ন ন কথা বা বিশ্ব ব্ৰহ্মাণ্ডৰ ন ন ৰহস্য জানিবলৈ সক্ষম হৈছিল, তাতোকৈ সহস্ৰগুণে অধিক কথা জানিবলৈ সক্ষম হ'ল যেতিয়াৰপৰা এই বৌদ্ধিক মুক্তিৰ দুৱাৰ খোল খালে। ইউৰোপৰ নৱজাগৰণৰ এয়া আছিল মানৱ সভ্যতাৰ প্ৰতি চৰম অৱদান আৰু এই জাগৰণে গঢ় দিলে সুন্দৰৰ বৰ আলি। আজি ২১ শতিকাৰ দুৱাৰদলিত থিয় হৈ মানুহে যি আধুনিক বিজ্ঞানৰ সুৱিধা আৰু সুযোগ উপলব্ধি কৰিছে, সেয়া হৈছে নৱজাগৰণৰ বহু মনীষীৰ শুদ্ধ চিন্তা আৰু ধাৰণাৰ ফলশ্ৰুতি। এই মহান যুগত গঢ়ি উঠিছিল আধুনিক সভ্যতাৰ মূল ভেঁটি। ইয়াৰ প্ৰধান কাৰণ সেই যুগৰ মানুহৰ চৰিত্ৰৰ মহত্ব আৰু প্ৰতিভাৰ বৈশিষ্ট্য আছিল অতি বন্দিত। মানুহৰ বৌদ্ধিক মুক্তিৰ আৰম্ভণি হৈছিল সেই প্ৰভাৱশালী মনীষীসকলৰ স্বাধীন চিন্তাৰ শক্তিৰে।

আজি যদিও এই জ্ঞানৰ বিস্ফোৰণৰ যুগত 'প্ৰযুক্তি কৌশল'ক বিকাশৰ দিশত প্ৰধান প্ৰয়োজনীয় কৌশল হিচাপে মানৱ জাতিয়ে আকোঁৱালি লৈছে, তথাপিও বহুজাতিক প্ৰতিষ্ঠানসমূহে বা উন্নত দেশবোৰে মানুহৰ চৰিত্ৰৰ মহত্বৰ ওপৰত নতুনকৈ গুৰুত্ব দিয়া দেখা গৈছে আৰু এক নতুন কৌশল 'আবেগ উদ্দীপক কৌশল' (Soft Skill) জন্ম দিছে। অৰ্থাৎ মানৱীয় মূল্যবোধ উৎকৃষ্টতাৰ প্ৰদৰ্শনৰ ক্ষেত্ৰত এক অপৰিহাৰ্য অংগ হিচাপে পৰিগণিত হৈছে। 'যোগ কৰ্মসু কৌশলম'ৰ পৃষ্ঠপোষকতা কৰা গীতাই চৰিত্ৰৰ ওপৰত কৰা ব্যাখ্যাৰ লগত এই আবেগ উদ্দীপক কৌশলৰ যথেষ্ট মিল দেখা যায়। গীতাত ব্যাখ্যা কৰা চৰিত্ৰৰ

বৈশিষ্ট্যকেইটা হৈছে— আত্মসংযম, সহনশীলতা, সততা, বিশ্বাসযোগ্যতা, কামৰ প্ৰতি শ্ৰদ্ধা। বহুজাতিক প্ৰতিষ্ঠানসমূহেও এজন ব্যক্তিৰ প্ৰযুক্তি কৌশলৰ নিপুণতাৰ উপৰিও প্ৰাধান্য দিছে আবেগ-উদ্দীপক কৌশলৰ ওপৰত। ইয়াৰ দৰ্শন হৈছে ব্যক্তি এজনে সেৱা আগবঢ়োৱা নিজৰ প্ৰতিষ্ঠানটোৰ প্ৰতি তেওঁৰ আনুগত্য কিমান। কিমান শ্ৰদ্ধা আছে তেওঁৰ। নে কেৱল দৰমহাটোৰ বাবেহে চাকৰি কৰিছে। আবেগ উদ্দীপক কৌশলৰ বৈশিষ্ট্যসমূহ হৈছে— যোগাযোগ (Communication); সামগ্ৰিক কামৰ ভাৱনা (Team work); বিশ্বাসযোগ্যতা (Confidence); সুন্দৰ কামৰ সামৰ্থ (Ability to look at totality); পৰিপূৰ্ণতা (Perfection)। এনে কৌশল বহুজাতিক প্ৰতিষ্ঠানবোৰৰ গৱেষণা আৰু বিকাশ (R&D) কোষত কাম কৰা বিজ্ঞানী আৰু চিন্তাবিদসকলে আবিষ্কাৰ কৰাৰ মূলতে হৈছে প্ৰতিষ্ঠানবোৰৰ উৎপাদিত সামগ্ৰীবোৰ যাতে উৎকৃষ্ট মানৰ হয় আৰু আন্তৰ্জাতিক বজাৰত সেইবোৰৰ চাহিদা বাঢ়ে। গতিকে প্ৰতিষ্ঠানবোৰৰ মাজত প্ৰতিযোগিতাৰ ভাব অনিবাৰ্য। আজি বিশ্বায়নৰ যুগত শিক্ষা, বিশেষকৈ উচ্চশিক্ষা কিমান গুণগত মানৰ হয় বা এই শিক্ষাক উৎকৰ্ষতাৰ দিশে কেনেকৈ উন্নীত কৰাব পৰা যায়, তাৰ উদ্দেশ্যে বিশ্বৰ ভাল ভাল শিক্ষানুষ্ঠান কিছুমানে এই বহুজাতিক প্ৰতিষ্ঠানবোৰ ব্যৱহাৰ কৰাৰ কৌশল ব্যৱহাৰ কৰিবলৈ আৰম্ভ কৰিছে। যেনে— বিখ্যাত বহুজাতিক প্ৰতিষ্ঠান জাপানৰ চ'নিৰ জেৰক্স কোম্পানীয়ে বহুলভাৱে বেন্স মাকিং কৌশল ব্যৱহাৰ কৰিছিল যাতে জেৰক্স কোম্পানীৰ উৎপাদিত সামগ্ৰী অন্য কোম্পানীতকৈ উন্নত হয় আৰু চাহিদা বাঢ়ে। এই বেন্স মাকিং কৌশল শিক্ষানুষ্ঠানবোৰে ব্যৱহাৰ কৰে যাতে শিক্ষাদান আৰু শিক্ষাগ্ৰহণ উন্নত হয়; যাতে মানৱ সম্পদক গুণগত স্তৰৰ পৰা উৎকৰ্ষতাৰ স্তৰলৈ উন্নীত কৰিব পাৰি। এনে প্ৰক্ৰিয়াকে সৌন্দৰ্যবোধৰ প্ৰক্ৰিয়া বুলিব পাৰি। যুগ যুগ ধৰি নিৰবচ্ছিন্নভাবে সৌন্দৰ্যবোধ বা ৰুচিবোধৰ সাধনাই মানুহক ইতৰ জীৱ-জন্তুৰপৰা পৃথক কৰি ৰাখিছে আৰু মানুহ ৰূপান্তৰিত হৈছে দেৱতালৈ। গতিকে সৃজনীমূলক জীৱনৰ দিশে গতি কৰিবলৈ আমি সুন্দৰৰ সেন্দুৰীয়া আলি গঢ় দিব লাগিব।◈

# গ্ৰন্থ অধ্যয়নৰ অপৰিহাৰ্যতা

- কিতাপৰ আন্দোলন
- গ্ৰন্থমেলা আৰু বৌদ্ধিক আন্দোলন

"My never ending friends are they,
With whom I converse day by day.

–Chade

**মানৱ জাতিৰ ইতিহাস অধ্যয়ন কৰি আমি যদি প্ৰশ্ন কৰোঁ— কিহৰ বলত মানুহে আজিৰ যুগ, অৰ্থাৎ জ্ঞানৰ বিস্ফোৰণৰ যুগত উপনীত হৈছে? উত্তৰ হ'ব— বুদ্ধি তথা চিন্তাশক্তিৰ কবলত।**

গোড়ামি, রক্ষণশীলতা, বর্বৰতা আৰু অন্ধবিশ্বাসৰ কবলৰ পৰা মানুহৰ মনে মুক্তি পোৱাৰ দিনৰ পৰাই মানৱ জাতিৰ সোণালী ইতিহাস আৰম্ভ হ'ল; সৃষ্টি হ'ল জ্ঞান চৰ্চাৰ পৰিবেশ। গ্ৰন্থ অধ্যয়নে এই অধ্যায় সূচনা কৰিলে। মানৱ জাতিৰ সভ্যতাৰ এই অধ্যায়ৰ আৰম্ভণি মাত্ৰ ছহাজাৰ বছৰ পূৰ্বে।

গ্ৰন্থ অধ্যয়নে মানুহৰ চিন্তা প্ৰক্ৰিয়া, জীৱন ধাৰণা আৰু সংস্কৃতিৰ ওপৰত এনে প্ৰভাৱ পেলালে যে সকলো সভ্য জাতিৰ বাবে ই অপৰিহাৰ্য হৈ পৰিল। অৱশ্যে প্ৰিন্টিং প্ৰযুক্তিয়ে ইয়াত দ্ৰুতগতিত ইন্ধন যোগাইছে।

---

*...প্ৰশিক্ষণ শিবিৰ আয়োজন কৰি কিতাপৰ প্ৰতি আগ্ৰহ জন্মাব লাগে। উদ্দেশ্যবোৰ হ'ব লাগে— কেনেকুৱা ধৰণৰ কিতাপ অধ্যয়ন কৰিব; কিতাপ পঢ়াৰ নিয়ম প্ৰণালী আৰু টোকা লিখা; কিমান খৰকৈ পঢ়িব; সপ্তাহত বা মাহেকত ন্যূনতম কেইখন পঢ়িব ইত্যাদি। সকলোতে বৰ্তমান 'কৌশল'ৰ প্ৰয়োজন। ভল্টেয়াৰে কৈছে— কিতাপেহি বিশ্বখন শাসন কৰে।*

---

কুৰি শতিকাৰ তথ্য-প্ৰযুক্তিৰ বিপ্লৱে এই বিশ্বৰ প্ৰত্যেকজন মানুহক চুব পাৰিছে। লগে লগে প্ৰচাৰ মাধ্যমৰ ব্যৱস্থা ভাবিব নোৱাৰাকৈ সলনি হৈ গৈছে। জ্ঞানৰ প্ৰসাৰো হৈছে দ্ৰুতগতিত। প্ৰতিবছৰে জ্ঞানৰ শতকৰা ১০ ভাগকৈ প্ৰায় ৭ বছৰৰ মূৰে মূৰে দুগুণকৈ বৃদ্ধি পাইছে। এতিয়া গ্ৰন্থ বা কিতাপো ছপা হৈ ওলাইছে কোটিৰ ঘৰত; ফলত কোটি কোটি মানুহে পঢ়িবৰ বাবে সুবিধা পোৱা হ'ল। প্ৰসঙ্গক্ৰমে বিখ্যাত গণিতজ্ঞ আৰু পদাৰ্থবিদ ষ্টিফেন হকিঙৰ *A Brief History of Time* কিতাপখনৰ কথা উল্লেখ কৰিব পাৰি। প্ৰথম সংস্কৰণতে এক কোটি কপি বিক্ৰী হ'ল বিশ্বত। ইউৰোপৰ নৱজাগৰণে আধুনিক যুগৰ পাতনি মেলিলে। ইয়াৰ প্ৰভাৱ সমগ্ৰ মানৱ জাতিৰ ওপৰত পৰিল। এই যুগত এনে কিছুমান

বিষয়ে জানিবলৈ হ'লে ৰামায়ণ আৰু মহাভাৰত পঢ়িব লাগে। আকৌ অলডাচ হাক্সলিৰ কিতাপ এখনৰ বিষয়ে উল্লেখ কৰিব পাৰি। তেখেতৰ ***Brave New World*** বোলা কিতাপখন প্ৰকাশৰ পিছত পাঠকে ভাবিছিল— এই কিতাপখন কাল্পনিক ঘটনা বা 'ফ্লিক্চন'ৰ বাহিৰে একো নহয়। কিন্তু যেতিয়া ডি এন এ আৰু জিনীয় প্ৰযুক্তিবিদ্যাৰ আৱিষ্কাৰ হ'ল আৰু বিজ্ঞানীসকলে জীৱদেহৰ গঠন আৰু লিংগ ইচ্ছানুসৰি নিৰূপণ আৰু নিৰ্বাচন কৰিব পৰা হ'ল, তেতিয়া এই কিতাপখনৰ মূল্য উপলব্ধি কৰিলে অৰ্থাৎ এই কিতাপখনে বিজ্ঞানীসকলক ডি এন এ আৰু জিনীয় প্ৰযুক্তিবিদ্যাৰ কাৰ্যকাৰিতাৰ এটি সম্যক ধাৰণা দিছিল। উৎকৃষ্ট জ্ঞান লাভৰ বাবে উৎকৃষ্ট কিতাপবোৰ পঢ়িবই লাগিব। উৎকৃষ্ট চিন্তাৰ খোৰাক কেৱল সৰ্বোত্তম কিতাপেহে দিব পাৰে।

বিশ্বত প্ৰতি মিনিটত আখৰ ছপা হয় ২০ হাজাৰ পৃষ্ঠাৰো অধিক। বিশ্বৰ ১০ খন দেশে বিশ্বৰ শতকৰা ৫৬ খন গ্ৰন্থ উৎপাদন কৰে— ৰাছিয়া, সংযুক্ত গণৰাজ্য, আমেৰিকা, ভাৰত চীন, জাপান, জাৰ্মানী, ফ্ৰান্স, স্পেইন আৰু ইটালী। ভাৰতবৰ্ষত আঠ হাজাৰ প্ৰকাশক আছে। কিতাপ বছৰি ৭০,০০০ খন প্ৰকাশ হয় আৰু পঢ়ুৱৈৰ সংখ্যা মুঠ ১৫ কোটি। ১০০ কোটি জনসংখ্যাৰ তুলনাত ১৫ কোটি পাঠকৰ সংখ্যা সন্তোষজনক নহয়। ইণ্ডিয়া টুডেত প্ৰকাশিত এটি ৰিপ'ৰ্ট অনুসৰি প্ৰিণ্টিং মেটেৰিয়েল (অৰ্থাৎ কিতাপ, বাতৰি কাকত— দৈনিক, সাপ্তাহিক, পখেকীয়া আৰু আলোচনী) পঢ়া ভাৰতবৰ্ষৰ পাঠকৰ প্ৰথম ২৪ খন নগৰ কেৰেলা ৰাজ্য আৰু ২৫ নম্বৰত আমাৰ গুৱাহাটী নগৰে স্থান লাভ কৰিছে। ই অৱশ্যে সুখৰ বিষয়।

২০০১ চন ভাৰতবৰ্ষৰ বাবে কিতাপৰ বৰ্ষ আছিল। উদ্দেশ্য আছিল পঢ়ুৱৈ সমাজ সৃষ্টি কৰাৰ। যিহেতু শিক্ষানুষ্ঠানবোৰ বৌদ্ধিক কেন্দ্ৰ, গতিকে স্কুলীয়া অৱস্থাৰ পৰাই ছাত্ৰ-ছাত্ৰীসকলক শিক্ষক সমাজে অনুপ্ৰেৰণা যোগাব লাগে আৰু শিক্ষকসকলে নিজেও অধ্যয়ন কৰিব লাগে। প্ৰশিক্ষণ শিবিৰ আয়োজন কৰি কিতাপৰ প্ৰতি আগ্ৰহ জন্মাব

লাগে। উদ্দেশ্যবোৰ হ'ব লাগে— কেনেকুৱা ধৰণৰ কিতাপ ব্যৱহাৰ কৰিব; কিতাপ পঢ়াৰ নিয়ম প্ৰণালী আৰু টোকা লিখা; কিমান খৰকৈ পঢ়িব; সপ্তাহত বা মাহেকত ন্যূনতম কেইখন পঢ়িব ইত্যাদি। সকলোতে বৰ্তমান 'কৌশল'ৰ প্ৰয়োজন। ভল্টেয়াৰে কৈছে— কিতাপেই বিশ্বক শাসন কৰে।

## কিতাপ আন্দোলন

অলপতে বিশ্বত লেখত ল'বলগীয়া জাতি এটাৰ ঐতিহ্যপূৰ্ণ চহৰ ফ্ৰেংকফৰ্টত বিশ্বৰ আটাইতকৈ পুৰণি আৰু বৃহৎ গ্ৰন্থমেলাৰ সামৰণি পৰে। ঐতিহ্যপূৰ্ণ চহৰ এই কাৰণে যে বিশ্বত প্ৰথমবাৰৰ বাবে কিতাপৰ আন্দোলন গঢ়ি উঠিছিল এই চহৰত; অৰ্থাৎ ১৫ শতিকাত এই চহৰৰ সামীপ্যত জন গুটেনবাৰ্গে (Johnnes Gutenberg) প্ৰিন্টিং প্ৰেছ আৱিষ্কাৰ কৰে। সেইকাৰণে বিশ্ববন্দিত মনীষী ভল্টেয়াৰে ক'ব পাৰিছিল— কিতাপে পৃথিৱীখন শাসন কৰে। ফ্ৰেংকফুৰ্ট ইউৰোপৰ জাৰ্মানী ৰাষ্ট্ৰৰ অন্যতম প্ৰসিদ্ধ চহৰ। এই জাৰ্মান জাতিটোৱে আজিও গৌৰৱ কৰে এই ৰাষ্ট্ৰত জন্ম লভা বিশ্ববৰেণ্য সাহিত্যিক, চিন্তাবিদ, আৰু বিজ্ঞানীসকলৰ লৈ। বিশ্বৰ দৰবাৰত নিজ নিজ ক্ষেত্ৰত এক যুগান্তকাৰী আলোড়ন সৃষ্টি কৰা জাৰ্মান সকলৰ ভিতৰত গ্যেটে, কাৰ্লমাক্স, এলবাৰ্ট আইনষ্টাইন, বিছমাৰ্ক অন্যতম। এই ফ্ৰেংকফুৰ্ট-২০০৬ বৰ্ষৰ গ্ৰন্থমেলাত ১১৩ ৰাষ্ট্ৰৰ ৭,২৭২ গ্ৰন্থ প্ৰদৰ্শনকাৰীয়ে যোগদান কৰিছিল। প্ৰায় ২,৮০,০০০ সৰ্বসাধাৰণ ৰাইজ সমবেত হৈছিল। এই গ্ৰন্থমেলাখনত সাধাৰণতে প্ৰকাশক, কিতাপ বিক্ৰেতা, গ্ৰন্থাগাৰিক আৰু কিতাপ ব্যৱসায়ীক প্ৰাধান্য দিয়া হয়। উল্লেখ্য যে বিগত বছৰত অনুষ্ঠিত হোৱা এই গ্ৰন্থমেলাখনত বিশ্বৰ ১০০ খন ৰাষ্ট্ৰৰ ৫০০ ৰো অধিক প্ৰকাশকে যোগদান কৰিছিল। এই গ্ৰন্থমেলাত ১৩,২০০ খন বুক ষ্টলে শোভাবৰ্দ্ধন কৰাৰ উপৰিও ৫,৪০০ টা কোম্পানীৰ কিতাপ প্ৰদৰ্শন কৰা হৈছিল। মাত্ৰ দুদিনৰ বাবেহে সৰ্বসাধাৰণ ৰাইজক প্ৰৱেশ পত্ৰ দিয়া হৈছিল। কিন্তু দেখা গৈছিল প্ৰত্যেক

দোকানৰ বহুবেকীয়া মুঠ বিক্ৰীৰ আধা সেই কেইদিনতেই বিক্ৰী হৈছিল। সেই বৰ্ষৰ গ্ৰন্থমেলাখন এই কাৰণে উল্লেখ কৰা হৈছে যে সেই বছৰৰ ইউনেস্কোৱে এক প্ৰশংসনীয় পদক্ষেপ 'সকলোৰে বাবে কিতাপ' লৈছিল। এই আঁচনিৰ মুখ্য কামবোৰৰ ভিতৰত আছিল— প্ৰকাশকৰ বাবে প্ৰশিক্ষণৰ ব্যৱস্থা যাতে তেওঁলোকে ভাল ভাল কিতাপ প্ৰকাশ কৰে, বুক ফেয়াৰবোৰক আৰ্থিক সাহায্য দিয়া; লোকেল চৰ্চ বাবে মানি চয়, কিতাপৰ সংবাদ সংগ্ৰহ কৰাৰ লগতে সহনশীলতাৰ মেৰাও আগবঢ়োৱাৰ শ্ৰেষ্ঠ শিশু আৰু যুৱ সাহিত্যত পুৰস্কাৰ প্ৰদানৰ ব্যৱস্থা কৰোৱা ইত্যাদি। ইউনেস্কোই বিশ্বৰ কিতাপ সংস্থাক এইদৰে অনুৰোধ কৰিছিল যাতে বিশ্ব পুস্তক সংস্থাই আধুনিক তথ্য প্ৰযুক্তিৰ সহযোগত আগবাঢ়ি যায়। আজি তথ্য প্ৰযুক্তিৰ যুগত বিশ্বৰ কিতাপৰ বজাৰখনত ইণ্টাৰনেটে এক সোণালী সুযোগ আনি দিছে। বিক্ৰী কিতাপৰ ৪১ শতাংশ ইণ্টাৰনেটৰ দ্বাৰা গ্ৰাহকে ক্ৰয় কৰে।

এইবাৰৰ ৫৮ তম ফ্ৰেংকফুৰ্ট গ্ৰন্থমেলাখনত দুটা প্ৰকাশক গোষ্ঠীয়ে চমকপ্ৰদ ভূমিকা গ্ৰহণ কৰিছে— দ্য টলকিন (Tolkein) বুক আৰু জনাথন লিটিলচ্ প্ৰতিষ্ঠান। বিশেষভাৱে গুৰুত্ব পোৱা কিতাপ দুখন ***The Children of Hurin*** আৰু ***The Benevolent ones***। এই প্ৰতিষ্ঠান দুটাৰ বজাৰ মূল্য ৭৮০ নিযুত মাৰ্কিন ডলাৰ। এই গ্ৰন্থমেলাখনৰ অন্য এক আকৰ্ষণীয় দিশটো হৈছে— ই বুক বিতাৰ, ইয়াৰ নেতৃত্ব বহন কৰিছে বিখ্যাত বহুজাতিক প্ৰতিষ্ঠান চনি কোম্পানীয়ে। আকৌ 'ইউনেস্কা' আৰু ইলেক্ট্ৰনিক প্ৰতিষ্ঠান 'পাপ্ত'ৰ লগত এই গ্ৰন্থমেলাখনে এক আঁচনি সাক্ষৰতা প্ৰজেক্ট আৰম্ভ কৰিছে আৰু ইয়াৰ ৱেবচাইটটো হৈছে— www.goolgl.com/literacy। সাক্ষৰতা বিষয়ৰ কিতাপ আৰু বিদ্যায়তনিক দিশৰ সকলো তথ্য এই ৱেবচাইটৰ যোগেদি পাব বুলি কোৱা হৈছে।

বিশ্বৰ সৰ্ববৃহৎ এই গ্ৰন্থমেলাতে ভাৰতবৰ্ষই ১৯৮৬ চনৰ পিছত দ্বিতীয়বাৰৰ বাবে বিশিষ্ট অতিথিৰ সন্মান লাভ কৰিছে। এই ফ্ৰেংকফুৰ্ট

বুক ফেয়াৰৰ সঞ্চালক Juergen Boosএ কৈছে এই গ্ৰন্থমেলাৰ জৰিয়তে বিশ্বৰ বিভিন্ন ৰাষ্ট্ৰৰ মাজত বাণিজ্যিক, সাংস্কৃতিক আৰু সামাজিক ৰাজনৈতিক সম্বন্ধ গঢ়ি উঠিব। এনে দৰ্শনেৰে ভাৰতবৰ্ষতো কিতাপৰ আন্দোলন তীব্ৰতৰ কৰি উঠাব লাগে। ভাৰতীয় বজাৰ দখলৰ বাবে বিদেশী প্ৰতিষ্ঠানসমূহে ইতিমধ্যে প্ৰতিদ্বন্দ্বিতা আৰম্ভ কৰিছে। ১০০ কোটিৰ অধিক জনসংখ্যাৰ দেশ ভাৰতবৰ্ষত প্ৰতিবছৰে মুঠ ৮০,০০০ কিতাপ বিভিন্ন ভাষাত প্ৰকাশ পায়। ভাৰতীয় কিতাপবোৰৰ প্ৰস্তুতকৰণৰ গুণগত মান —প্ৰিণ্টিং, বাইণ্ডিং, আঠা, কভাৰ আদি বিদেশী কিতাপতকৈ যথেষ্ট নিম্নখাপৰ। আকৌ লণ্ডনস্থ সাংবাদিক হাচান চুৰোৱে তেওঁৰ এক লেখাত কৈছে— ভাৰতীয় কিতাপবোৰৰ শিৰোণামা পুৰণিকলীয়া; অৰ্থাৎ শিৰোণামা চাই পাঠক সহজে আকৰ্ষিত নহয়। গতিকে উন্নীতকৰণৰ যথেষ্ট থল আছে। তথাপিও উল্লেখনীয় যে এই গ্ৰন্থমেলাত মহাশ্বেতা দেৱী, শশী থাৰুৰ, অমিতাভ ঘোষ, বিক্ৰম শেঠ, মামণি ৰয়ছম গোস্বামী প্ৰমুখ্যে ৭০ গৰাকী ভাৰতীয় লেখক, কবি, সাহিত্যিকৰ সমাবেশ ঘটাটো ভাৰতৰ বাবে গৌৰৱৰ কথা।

**ইউৰোপৰ পুনৰ জাগৰণে মানৱ সভ্যতাৰ ইতিহাসত যি যুগান্তৰ আনিলে, সেয়া সম্ভৱ হৈছিল কেৱল বৌদ্ধিক আন্দোলনৰ যোগেদি। এই বৌদ্ধিক যাত্ৰাত নেতৃত্ব বহন কৰিছিল গেলিলিও, ফ্ৰান্সিছ বেকন, নিউটন আদি মনীষীসকলে, যিসকলৰ মন আছিল জীৱনজোৰা অধ্যয়ন আৰু গৱেষণাৰ দ্বাৰা পৰিপুষ্ট।**

## গ্ৰন্থমেলা আৰু বৌদ্ধিক আন্দোলন

বিশ্ববিখ্যাত মনীষী চিচেৰোৱে কৈছে— 'A room without book is as a body without soul'। সেইদৰে সমাজ এখনৰ ক্ষেত্ৰতো ই একে অৰ্থ বহন কৰে। সভ্য সমাজৰ মাজত গ্ৰন্থৰ জনপ্ৰিয়তা বঢ়াবলৈ

গ্ৰন্থমেলা এক অন্যতম বাহন। ইউৰোপৰ পুনৰ জাগৰণে মানৱ সভ্যতাৰ ইতিহাসত যি যুগান্তৰ আনিলে, সেয়া সম্ভৱ হৈছিল কেৱল বৌদ্ধিক আন্দোলনৰ যোগেদি। এই বৌদ্ধিক যাত্ৰাত নেতৃত্ব বহন কৰিছিল গেলিলিও, ফ্ৰলিছ বেকন, নিউটন আদি মণীষীসকলে, যিসকলৰ মন আছিল জীৱনজোৰা অধ্যয়ন আৰু গৱেষণাৰ দ্বাৰা পৰিপুষ্ট। বৌদ্ধিক সম্পদৰ অধিকাৰী এই মনীষীসকলে ইউৰোপৰ বৌদ্ধিক যাত্ৰাত লগ হৈছিল সমূহ ইউৰোপবাসীক —যাতে সমাজৰ হিতাৰ্থে এই বৌদ্ধিক সম্পদ প্ৰয়োগ হ'ব পাৰে, যেনেকৈ বহু হাজাৰ বছৰ পূৰ্বে ভাৰতবৰ্ষত গৌতম বুদ্ধই বোধি অৰ্জন কৰাৰ লগে লগে আনক তাৰ ভাগ দিবলৈ বিচাৰিছিল।

জ্ঞান বিলালে দুগুণে বৃদ্ধি পায়— এয়া আধুনিক যুগৰ দৰ্শন, সেইকাৰণে একৈশ শতিকাৰ মূলমন্ত্ৰ— জ্ঞান, সৃষ্টিশীলতা আৰু যোগাযোগৰ কৌশল। এই বিজ্ঞান প্ৰযুক্তিৰ যুগত ধ্যান-ধাৰণা সলনি হোৱাৰ লগতে অৰ্থনৈতিক ধাৰণাও সম্পূৰ্ণ বেলেগ হৈছে। মাটি, শ্ৰমিক আৰু উৎপাদনৰ পৰিৱৰ্তে অৰ্থনৈতিক বিকাশৰ মুখ্য উপাদান হৈছে জ্ঞান। জ্ঞান এতিয়া উদ্যোগ হিচাপে চিহ্নিত হোৱাৰ বাবে বিদ্বৎ সমাজৰ ধাৰণা সৃষ্টি হৈছে আৰু ইয়াৰ চাহিদা ক্ৰমান্বয়ে বাঢ়িছে। আমেৰিকা যুক্তৰাষ্ট্ৰৰ বাণিজ্য সংস্থাই 'Emerging Digital Economy-II' শীৰ্ষক এখন খচৰাত উল্লেখ কৰিছে যে ২০০৩ চনত এই বিকাশ উদ্যোগৰ জৰিয়তে আমেৰিকাই ৩.২ ট্ৰিলিয়ন ডলাৰ লাভ কৰিছে।

সেইকাৰণে এই যুগক জ্ঞানৰ বিস্ফোৰণৰ যুগ বুলি কোৱা হয়। গতিকে গ্ৰন্থৰ চাহিদা আগতকৈ বাঢ়িছে বা বাঢ়িবই। এই গ্ৰন্থমেলাসমূহে গ্ৰন্থৰ জনপ্ৰিয়তা বঢ়োৱাৰ লগতে পাঠকৰ সংখ্যাও বৃদ্ধি কৰিছে। বিশ্বত আজি সেইকাৰণে এক বৌদ্ধিক জাগৰণ সৃষ্টি হৈছে। কিন্তু ১৯৮৪ চনৰেপৰা চলি অহা প্ৰকাশন পৰিষদৰ গুৱাহাটী গ্ৰন্থমেলা ৰাজনীতিকৰণ হোৱাটো অতি পৰিতাপৰ বিষয়। কেইবাগৰাকী লব্ধপ্ৰতিষ্ঠ অসমীয়া ভাষা-সংস্কৃতিৰ কাণ্ডাৰীৰ অনুৰোধক্ৰমেও 'বস্ত্ৰমেলা'ৰ প্ৰতি আগ্ৰহী এই

চৰকাৰখনৰ গ্ৰন্থমেলাৰ প্ৰতি অনুপ্ৰেৰণা জন্মাব নোৱাৰিলে। ২০০১ চনটো 'কিতাপৰ বৰ্ষ' হিচাপে ভাৰত চৰকাৰে উদ্‌যাপন কৰিছিল।

ভাৰতবৰ্ষত উল্লেখ কৰিবলগীয়া গ্ৰন্থমেলাখন হৈছে— 'নতুন দিল্লী ৱৰ্ল্ড বুক ফেয়াৰ'। ২০০১ চনৰ ফেব্ৰুৱাৰী মাহত বুক ফেয়াৰখন নতুন দিল্লীত অনুষ্ঠিত হৈ যায়। বিশ্বৰ ত্ৰিশখন দেশৰ প্ৰায় ১০০০ প্ৰকাশকে ইয়াত যোগদান কৰিছিল। এই বুক ফেয়াৰৰ উপলক্ষে "এছ'চিয়েশ্যন অৱ ইণ্ডিয়ান ইউনিভাৰছিটি"ৰ সৌজন্যত প্ৰকাশ কৰা সাপ্তাহিক আলোচনী "ইউনিভাৰছিটি নিউজে" এক বিশেষ সংখ্যা প্ৰকাশ কৰিছিল। ইয়াৰ মুখ্য উদ্দেশ্য আছিল— বিশ্বায়নৰ ফলত বাধাহীন প্ৰবাহত উটি অহা উন্নত দেশৰ শিক্ষানুষ্ঠানবোৰ ভাৰতবৰ্ষত ২০০৫ চনৰ আৰম্ভণিৰপৰা শিক্ষাৰ ক্ষেত্ৰত যি প্ৰত্যাহ্বানৰ সৃষ্টি কৰিব, তাৰ এটি ৰাষ্ট্ৰীয় পৰ্যায়ৰ আলোচনা হওক, শংকিত হওক প্ৰত্যেক নাগৰিক তথা শিক্ষাবিদ আৰু ৰাজনীতিকসকল। বিশ্বৰ বৌদ্ধিক জগতত বহু শ শ বছৰ নেতৃত্ব বহন কৰি থকা ইংলেণ্ডৰ শিক্ষা পদ্ধতিতো আজি পৰিৱৰ্তন ঘটিছে— আধুনিক এই বিশ্বায়নৰ চিন্তা-চৰ্চাৰে। টনী ব্লেয়াৰ চৰকাৰখনে ২০০৩ চনৰ জানুৱাৰী মাহত এইবুলি কৈছে—

> "If a country needs its identity and keep place with the progress of others, the state has no alternative except to invest in education"।

ইউনেস্কোৱো 'সকলোৰে বাবে কিতাপ' আঁচনি গ্ৰহণ কৰিছে। এই আঁচনিৰ মুখ্য কাম হৈছে প্ৰকাশৰ বাবে প্ৰশিক্ষণ ব্যৱস্থা, যাতে তেওঁলোকে ভাল ভাল কিতাপ প্ৰকাশ কৰে; গ্ৰন্থমেলাবোৰক আৰ্থিক সাহায্য প্ৰদান কৰা; ফ্লোৰেন্স চৰ্ত মানি চলা আৰু শ্ৰেষ্ঠ শিশু আৰু যুৱ সাহিত্যত পুৰস্কাৰ প্ৰদান কৰা। ইউনেস্কোই বিশ্ব পুস্তক সংস্থাক এইবুলিও অনুৰোধ কৰিছে যাতে সংস্থাই আধুনিক তথ্য-প্ৰযুক্তিৰ (CD-Roms, Internet)সহযোগত আগবাঢ়ি যায়। ভাৰতবৰ্ষত কিতাপৰ চাহিদা আৰু পাঠকৰ সংখ্যা বৃদ্ধিৰ বাবে চৰকাৰে ২০০১ চনতে কিছুমান আঁচনি হাতত

লৈছিল— গ্ৰামীণ বুকফেয়াৰ, ভ্ৰাম্যমান কিতাপৰ দোকান, কিতাপৰ মিউজিয়াম, স্কুল-কলেজৰ ছাত্ৰ-ছাত্ৰীয়ে যাতে সৰহ সময় গ্ৰন্থাগাৰত কটায়, স্কুল-কলেজৰ গ্ৰন্থাগাৰবোৰলৈ কিতাপৰ বাবে মঞ্জুৰী আদি উল্লেখযোগ্য।

বৌদ্ধিক আন্দোলন গঢ়ি তুলিব নোৱাৰিলে, যুৱক-যুৱতীৰ মাজত ভাল ভাল কিতাপ পঢ়াৰ আগ্ৰহ জগাই তোলাটো কঠিন হ'ব পাৰে। প্ৰত্যেক কামৰ লক্ষ্য থাকিব লাগে। গ্ৰন্থমেলাবোৰৰো অন্যতম লক্ষ্য হ'ব লাগে বৌদ্ধিক আন্দোলন গঢ়ি তোলা। ফৰাছী বিপ্লৱ আজিও সজীৱ হৈ থকাৰ অন্তৰালত আছে এক বাস্তৱবাদী যুক্তিগত আদৰ্শ। কিতাপৰ, বিশেষকৈ ৰুছোৰ কিতাপৰ, শক্তি বা ক্ষমতা কিমান তাক ৰন্ধ্ৰে ৰন্ধ্ৰে উপলব্ধি কৰিছিল সেই যুগৰ মানুহে, আৰু সেই উপলব্ধি নিৰৱচ্ছিন্নভাবে আজিও প্ৰবাহমান। গ্ৰন্থ অধ্যয়নৰ অবিহনে বৌদ্ধিক মুক্তি বৃথা। যদিও তেতিয়াৰ ভাৰতবৰ্ষত 'সা বিদ্যা য়া বিমুক্তয়ে' বৌদ্ধিক মুক্তিৰ দৰ্শনকে গ্ৰহণ কৰিছিল, তথাপি ই এক শক্তিশালী সাৰ্বজনীন মন্ত্ৰ নাছিল। মুষ্টিমেয় চিন্তাবিদৰ সমাজত ই আবদ্ধ আছিল। গতিকে গুৱাহাটীত অনুষ্ঠিত হোৱা 'নৰ্থ ইষ্ট বুক ফেয়াৰ' কেৱল ব্যৱসায়িক দিশতেই যাতে আবদ্ধ হৈ নথাকে, বৰং ই যাতে বৌদ্ধিক মুক্তিৰ এক চিৰস্থায়ী বাহন হয় তাৰ প্ৰতি লক্ষ্য ৰখাটো বাঞ্চনীয় হ'ব। লগতে এই বৌদ্ধিক যাত্ৰাত অসম চৰকাৰেও 'গুৱাহাটী গ্ৰন্থমেলা'ৰ দুবাৰ খুলি সহযোগ কৰক।◈

## ইলেক্ট্ৰনিক সংস্কৃতি ঃ

# আশীৰ্বাদ নে অভিশাপ

Culture is what produces the sweetness temper, sainty of mind and strength of spimit.

– S. Radhakrishnan



ইলেক্ট্ৰনিক মাধ্যমে মা
জাতিৰ জীৱন ধাৰণত যি প্ৰভ
বিস্তাৰ কৰিছে, তাক আ
সকলোৱেই প্ৰত্যক্ষভাৱে উপল
কৰিছে। মানৱ সমাজখন দ্ৰুতগতি
সলনি হ'বলৈ আৰম্ভ কৰিছে। বিশ্ব
পৃথিৱীখন সংকুচিত কৰাই আনি
এই ইলেক্ট্ৰনিক মাধ্যমে। আজিৰ প

প্ৰায় ৫০ বছৰ আগতে পৃথিৱীৰ এমূৰত যদি কিবা অঘটন বা যুদ্ধ-বিগ্ৰহ ঘটে, তেন্তে সিমূৰত জানিবলৈ এমাহ লাগিছিল। কিন্তু আজি! তথ্য প্ৰযুক্তিৰ প্ৰভাৱত ছেকেণ্ডৰ ভিতৰতে বিশ্বৰ সৰ্বত্ৰ এনে ঘটনাৰ সংবাদ বিয়পি পৰে। ইলেক্ট্ৰনিক মাধ্যমৰ ক্ৰমবিকাশ আৰম্ভ হয় যোৱা শতিকাৰ ৭০ দশক মানৰ পৰা; আৰু ইয়াৰ বিকাশ অতি দ্ৰুতগতিত আগবাঢ়িছে। কাৰণ এই বিকাশৰ পৰ্যালোচনা কৰিলে দেখা যায় যে ৰেডিঅ' আৱিষ্কাৰে বিশ্বৰ ৫০ নিযুত মানুহৰ মাজত জনপ্ৰিয়তা লাভ কৰোঁতে সময় লাগিছিল ৩৮ বছৰ। টিভিৰ বাবে লাগিছিল ১৩ বছৰ; কেব্‌লৰ বাবে ১০ বছৰ; কিন্তু ইণ্টাৰনেটৰ জনপ্ৰিয়কৰণত সময় লাগিছিল মাত্ৰ পাঁচ বছৰ। আজিৰ বিশ্বত শেহতীয়া জনপ্ৰিয় শব্দটো হৈছে 'নেট'। আধুনিক সংস্কৃতিৰ প্ৰধান বাহক হিচাপে কোটি কোটি মানুহৰ মাজত প্ৰভুত্ব বিস্তাৰ কৰা এই নেট তথা ইণ্টাৰনেটে মানৱ সমাজলৈ প্ৰচুৰ সম্ভাৱনা কঢ়িয়াই অনাৰ লগতে ই সৃষ্টি কৰিছে শান্তি-নিৰাপত্তাৰ এক বাধাৰ প্ৰাচীৰ। ইণ্টাৰনেটৰ অৱিষ্কাৰে তথ্য সৰবৰাহৰ পথ সুচল কৰি দিলে আৰু ইয়াৰ সুযোগ গ্ৰহণ কৰিলে বহুজাতিক প্ৰতিষ্ঠানবোৰে। গতিকে অৰ্থনীতিৰ আন্তৰ্জাতিকীকৰণৰ লগতে ব্যৱসায়-বাণিজ্যও ইণ্টাৰনেটৰ ফলত আন্তৰ্জাতিকীকৰণ হ'ল। ৱেবছাইটৰ মাধ্যমেৰে তথ্য-ভঁৰাল প্ৰথমে বিদ্যায়তনিক দিশত ব্যৱহাৰ কৰা হৈছিল; কিন্তু বাণিজ্যিক দিশত ইয়াৰ বিপুল সম্ভাৱনা দেখি উৎপাদনকাৰী প্ৰতিষ্ঠানসমূহ আগবাঢ়ি আহিল যাৰ ফলত সৃষ্টি হ'ল এক জনপ্ৰিয় বাণিজ্য— 'ই কমাৰ্চ'। ইণ্টাৰনেটৰ জৰিয়তে অতি কম খৰছ আৰু কম সময়ৰ ভিতৰত তথ্যৰ আদান-প্ৰদানেৰে বাণিজ্যিক লেন-দেন কৰাব পাৰি। বিশ্বজুৰি লাখ লাখ মানুহে একে সময়তে ৱেবছাইটৰ মাধ্যমেৰে তথ্যৰ আদান-প্ৰদান কৰি আছে। প্ৰথাগত বাণিজ্যিক খৰছ দ্ৰুতভাৱে বৃদ্ধি পোৱাৰ বাবে উৎপাদনকাৰী প্ৰতিষ্ঠানসমূহৰ মাজত গ্ৰাহকৰ কম খৰছত উন্নত মানৰ সেৱা আগবঢ়োৱাৰ প্ৰতিযোগিতাত বৃদ্ধি পাইছে। ই-কমাৰ্চে প্ৰতিষ্ঠানসমূহলৈ এনে সুবিধা আনি দিছে। সাধাৰণতে বজাৰত বস্তুৰ দাম উঠা-নমা হৈ থাকে। বিশ্বৰ বজাৰখনৰ তথ্যৰ সুলভতা ইণ্টাৰনেটৰ জৰিয়তে জ্ঞাত হোৱাৰ বাবে সুবিধা হৈছে। তথ্য-প্ৰযুক্তিৰ এনেধৰণৰ

বিকাশে বাণিজ্যৰ ক্ষেত্ৰত ৰাষ্ট্ৰৰ সীমাৰ প্ৰতিবন্ধকতা নাইকিয়া কৰিছে। ইণ্টাৰনেটে বিক্ৰেতা আৰু গ্ৰাহক উভয়কে বস্তুৰ দাম তুলনা কৰি চোৱাৰ সুবিধা কৰি দিছে। লগতে পণ্য সামগ্ৰীৰ আদান-প্ৰদানৰ খৰচ ভাবিব নোৱাৰাকৈ কমি গৈছে।

ভাৰতবৰ্ষই যদিও তথ্য-প্ৰযুক্তিৰ ক্ষেত্ৰত বিশ্বত এক মজবুত স্থান দখল কৰিছে, তথাপি ইণ্টাৰনেট বাণিজ্যৰ ক্ষেত্ৰত চমকপ্ৰদ ক্ষিপ্ৰতাৰে অভিযান চলাব পৰা নাই। অৰ্থাৎ ৬-৭ জনৰ ভিতৰত এজনে কম্পিউটাৰ ব্যৱহাৰ কৰে। প্ৰায় আধা বিলিয়ন মানুহে ইণ্টাৰনেট ব্যৱহাৰ কৰে। বিশ্বত তথ্য-প্ৰযুক্তিৰ বজাৰখন এক ট্ৰিলিয়ন ডলাৰৰ আৰু ৭লাখ ৫০হাজাৰ কোম্পানীয়ে ইয়াৰ সেৱা আগবঢ়াই আহিছে। কিন্তু ১০০ কোটি জনসংখ্যাৰ দেশ ভাৰতত মাত্ৰ ৮০ লাখে ইণ্টাৰনেট ব্যৱহাৰ কৰে। ইয়াৰে ৭০শতাংশ লোক২০ বছৰ তলৰ বয়সৰ। আকৌ তথ্য-প্ৰযুক্তিৰ পৰিপ্ৰেক্ষিতত জন্ম লভা আই চি টি খণ্ডই হাৰ্ডৱেৰ, ছফ্‌টৱেৰ বিক্ৰী বা ই-গভাৰ্নেঞ্চ আৰু মাইক্ৰ'চিপ্‌ছ, বায়'চিপছ্ আদি উৎপাদিত বস্তুবোৰে উন্নত দেশবোৰৰ মুঠ ঘৰুৱা আয় বৃদ্ধিৰ ক্ষেত্ৰত ৭-৮ শতাংশ অৰিহণা যোগায়। ভাৰতবৰ্ষত ইয়াৰ অৰিহণা মাত্ৰ ২ শতাংশ। ২০১০ চনৰ ভিতৰত উন্নত দেশৰ অৰ্থনীতিত এই আই চি টি খণ্ডই ২৫ শতাংশ অৰিহণা যোগাব বুলি বিশেষজ্ঞসকলে মন্তব্য কৰিছে।

গতিকে ভাৰতৰ বৰ্তমানৰ ৰাষ্ট্ৰপতি এ পি জে আব্দুল কালামে ভাৰতীয় সমাজখনক বিদ্বৎ সমাজ বা জ্ঞান সমাজলৈ (Knowledge Society) ৰূপান্তৰিত কৰাৰ পৃষ্ঠপোষকতা হৈছে। তেখেতে কৈছে— 'The higher the proportion of creative leaders, the higher the potential of success of visions loke developed India'। কাৰণ বিশ্বখনত কম্পিউটাৰ সংস্কৃতিয়ে এনেধৰণে প্ৰভাৱ পেলাইছে যে কম্পিউটাৰ সাক্ষৰৰ অবিহনে জীয়াই থকাটো অসম্ভৱ হৈ পৰিছে। জাপানে আজি এনে অত্যাধুনিক প্ৰযুক্তিৰে কম্পিউটাৰ তৈয়াৰ কৰিছে যে ইয়াৰ 'প্ৰছেছিং ক্ষমতা' বৰ্তমান বিশ্বত থকা অতি দ্ৰুতগতিৰ ক্ষমতাসম্পন্ন কম্পিউটাৰতকৈ সাতগুণ অধিক। অৰ্থাৎ এনে কম্পিউটাৰে

; ছেকেণ্ডত ৪০ হাজাৰ বিলিয়ন গাণিতিক অপাৰেচন কৰিব পাৰে।
জি প্ৰযুক্তিবিদ্যাৰ অন্যতম শ্ৰেষ্ঠ অৱদান হিচাপে 'নেন' প্ৰযুক্তি চিহ্নিত
ছে. ই মলিকুলাৰ স্তৰৰ এটা অতি দ্ৰুত উদ্ভাৱিত সঁজুলি। ছফ্‌টৱেৰ
ুক্তিও ভাষাত বিশ্বত চমকপ্ৰদ প্ৰদৰ্শন কৰিলেও জনপ্ৰিয় লিখক আৰু
ত্তাবিদ এলভিন টফলাৰে আজি দুবছৰমান আগতে দিল্লীত অনুষ্ঠিত
ৱন আলোচনাচক্ৰত এনেদৰে মন্তব্য দিছে—

ক. ভাৰতৰ ৭০০-৮০০ নিযুত লোক খেতিয়ক বা গাঁও অঞ্চলত বাস কৰে। খেতি কৰা পদ্ধতি আজিও পুৰণিকলীয়া। আধুনিক পদ্ধতিৰ ব্যৱহাৰ খেতিত খুব কমেই হয়।

খ. ২০০-৩০০ নিযুত লোক চহৰত বাস কৰে আৰু তেওঁলোক শিল্প উদ্যোগপতি।

গ. এই চহৰত বাস কৰা খুব কম সংখ্যক অৰ্থাৎ ৩-৪ শতাংশইহে আধুনিক প্ৰযুক্তি ব্যৱহাৰ কৰে। গতিকে এলভিন টফলাৰে ভাৰতক সতৰ্ক কৰি দিছে এইদৰে— India will never be an economic giant till it puts asides the attitude that technological advancefs make life worse for the poor.

আকৌ তথ্য প্ৰযুক্তি বিপ্লৱে মুক্ত প্ৰতিযোগিতামূলক অৰ্থনীতিত যেনেকৈ এক ভাবিব নোৱাৰা ভূমিকা গ্ৰহণ কৰিছে, ঠিক তেনেকৈ তথ্য প্ৰযুক্তিয়ে জীৱবিদ্যাত এক বিপ্লৱ আনিছে আৰু জীৱবিদ্যাই তথ্য-প্ৰযুক্তিৰো বিপ্লৱ আনিছে। ফলত দুয়োটাই মানৱ ইতিহাসত এক নতুন জোৱাৰৰ সৃষ্টি কৰিছে। আজিৰ জৈৱ-প্ৰযুক্তি গৱেষণা, কাণ্ডকোষ আৰু ক্লনিং গৱেষণাই ইতিমধ্যে চমকপ্ৰদ পদক্ষেপ গ্ৰহণ কৰিছে। এই শতিকাতে প্ৰসাৰিত হোৱা নেন'-প্ৰযুক্তিৰ প্ৰয়োগে চিকিৎসা বিজ্ঞান আৰু এৰ'স্পেচ ছিষ্টেমত অভূতপূৰ্ব অৱদান প্ৰদান কৰিব বুলি আশা কৰা হৈছে। আজি বিশ্বৰ কিতাপৰ বজাৰখনত বা ডিভিডি আৰু এয়াৰলাইন টিকেট ক্ৰয় কৰা আদিৰ ক্ষেত্ৰত ইন্টাৰনেটে এক বৈপ্লৱিক সুযোগ আনি দিছে। বিক্ৰী কৰিবলগীয়া কিতাপৰ ৪১ শতাংশ ইন্টাৰনেটৰদ্বাৰা গ্ৰাহকে ক্ৰয় কৰে। ভাৰতৰ প্ৰখ্যাত অনলাইন বিক্ৰেতা ই-বে (e-Bay)ৰ মেনেজাৰ দীপা

হামাছে কৈছে বিশ্বৰ জনপ্ৰিয় কিতাপবোৰ অৰ্থাৎ হেৰি পটাৰ, হাফ-ব্লাড প্ৰিন্স, দ্য ভিঞ্চি ক'ড, হিন্দু নামৰ পেঙ্গুইন প্ৰকল্পৰ, ইউ কেন উইন আদিৰ সৰহ সংখ্যক ইণ্টাৰনেটৰ মাধ্যমেৰে বিক্ৰী হৈছে। ভাৰতত ৫৬.৬ লাখ অন-লাইন ক্ৰেতা আছে। (২০০৫ চনৰ তথ্য অনুসৰি) এই ক্ৰেতাৰ ৪৬ শতাংশ ২৬ ৰপৰা ৩৫ বছৰ বয়সৰ আৰু ৮৩ শতাংশ ক্ৰেতা স্নাতক আৰু স্নাতকোত্তৰ ডিগ্ৰীধাৰী ব্যক্তি। কিতাপৰ অন-লাইন বজাৰখন বহু কোটিটকীয়া। প্ৰতি ৯০ মিনিটত একোখনকৈ কিতাপ বিক্ৰী হয়।

**আজিৰ বিশ্বত শেহতীয়া জনপ্ৰিয় শব্দটো হৈছে 'নেট'। আধুনিক সংস্কৃতিৰ প্ৰধান বাহক হিচাপে কোটি কোটি মানুহৰ মাজত প্ৰভুত্ব বিস্তাৰ কৰা এই নেট তথা ইণ্টাৰনেটে মানৱ সমাজলৈ প্ৰচুৰ সম্ভাৱনা কঢ়িয়াই অনাৰ লগতে ই সৃষ্টি কৰিছে শান্তি-নিৰাপত্তাৰ এক বাধাৰ প্ৰাচীৰ।**

তথাপি প্ৰাকৃতিক সম্পদ লুণ্ঠন আৰু তথ্য চুৰি কাৰ্যই ইণ্টাৰনেট বাণিজ্য মানৱ জাতিৰ বাবে হৈ পৰিছে এক প্ৰত্যহ্বান বা অভিশাপ স্বৰূপ। আন্তৰ্জাতিক এনিমেল শ্বেৰিটীৰ লগত কাম কৰা লুপ্তপ্ৰায় জীৱজন্তুবোৰ সংৰক্ষণ কৰাৰ বিপৰীতে ইণ্টাৰনেট বাণিজ্যৰ পৌৰোহিত্যত আৰম্ভ হৈছে চৌৰ্যকৰণ। বিশ্বৰ চৌদিশে অৱস্থিত এশটা ৱেবছাইটত অনুসন্ধান চলাই এই সংস্থাটোৱে প্ৰকাশ কৰিছে যে ৪০,০০০ পাউণ্ড মূল্যৰ এ হেগুৰিতেৰ চাইবেৰিয়ান বাঘ, ৪,৫০০ পাউণ্ড মূল্যৰ কিশোৰ গৰিলা, ৯,০০০ পাউণ্ডৰ দুবছৰীয়া জিৰাফ, প্ৰাইমেট্ক, শেন চৰাই, অমেৰুদণ্ডী সাগৰীয় ঘোঁৰা আৰু কাছ আদিক ধৰি বহুতো দুষ্প্ৰাপ্য জীৱ-জন্তুৰ চুৰি বজাৰ এখন ইণ্টাৰনেটৰ মাধ্যমেদি চলি আছে। আকৌ লণ্ডনৰ 'গাৰ্জেন' বাতৰিকাকতত প্ৰকাশিত ইণ্টাৰনেশ্যনেল ফাণ্ড ফ'ৰ এনিমেল

ৱেলফেয়াৰৰ ৰিপৰ্টত এইবুলি প্ৰকাশ পাইছে যে আইনৰ দ্বাৰা সংৰক্ষিত অঞ্চলবোৰৰ পৰা এটা সপ্তাহত ৯,০০০ জন্তু, জন্তুৰ দ্বাৰা তৈয়াৰী সামগ্ৰী আৰু প্ৰজাতি কিছুমান বিক্ৰী হৈছে। এই সংস্থাটো এইবুলিও ভীতিগ্ৰস্ত হৈছে যে চিৰিয়াখানাবোৰত থকা সম্পূৰ্ণ জীৱ-জন্তু এনেদৰে ইণ্টাৰনেট বাণিজ্যৰ যোগেদি বিক্ৰী হৈ শেষ হ'ব পাৰে। এইবোৰৰ যোগেদি তেওঁলোকে গম পাইছে যে মৃত জন্তুবোৰৰ অংগ-প্ৰত্যংগবোৰ চীনদেশৰ কিছুমান ফাৰ্মাছীত মজুত আছে। ইংলেণ্ডৰ অক্সফ'ৰ্ড বিশ্ববিদ্যালয়ৰ অক্সফ'ৰ্ড ইণ্টাৰনেট ইনষ্টিটিউটৰ সঞ্চালক অধ্যাপক উইলিয়াম ডাট্টনে কৈছে —"The Internet is a two edged sword. It can be used by some to support the trading of wild life, but others can use this new medium to expose and challange it. Laws exist to stop the unlawful use of any communication medium, but govts and agencies need to communicate in order to address the activities that span the globe."।

পৃথিৱী জুৰি চাঞ্চল্য সৃষ্টি কৰা অন্য এক ঘটনা হৈছে— বৌদ্ধিক সম্পদ (Intellectual property) চুৰি কাৰ্য যোৱা বছৰৰ চেপ্তেম্বৰ মাহত টাইমছ্ অব ইণ্ডিয়া বাতৰিকাকতত প্ৰকাশিত ৱাশ্চিংটনৰ বাতৰি এটাৰ মতে আমেৰিকা যুক্তৰাষ্ট্ৰ এই বিষয়ত যথেষ্ট চিন্তান্বিত। কাৰণ আমেৰিকাৰ ছফ্টৱেৰ উদ্যোগবোৰৰ বছৰি মুঠ ২৫০ বিলিয়ন ডলাৰ লোকচান হৈ আছে আৰু চাকৰি হেৰুৱাইছে ৭৫০ হাজাৰতকৈও অধিকে। গতিকে আমেৰিকা যুক্তৰাষ্ট্ৰ চৰকাৰৰ বাণিজ্য বিভাগে ঘোষণা কৰিছে যে যিবোৰ দেশত ছফ্টৱেৰ পাইৰেচী আৰু বৌদ্ধিক সম্পদ চুৰি কাৰ্য, সংঘটিত হৈ আছে, সেইবোৰ দেশলৈ এটা বিশেষজ্ঞৰ দল অনতিপলমে প্ৰেৰণ কৰিব যাতে এনে কাৰ্য বন্ধ কৰিব পাৰে। ২০০৪ চনৰ হিচাপ অনুসৰি এই ইণ্টাৰনেট পাইৰেচীৰ বজাৰখন ছশ বিলিয়ন ডলাৰৰ। বিজনেছ চফ্টৱেৰ এলায়েন্সৰ এক তথ্য অনুসৰি এই চুৰিকাৰ্যৰ মুখ্য ৰাষ্ট্ৰকেইখন হৈছে— চীন, ৰাছিয়া, ভাৰত আৰু ব্ৰাজিল। ছফ্টৱেৰ ব্যৱহাৰ কৰা চীনৰ ৯০ শতাংশ, ৰাছিয়াৰ ৮ শতাংশ, ভাৰতৰ ৭৪ শতাংশ আৰু ব্ৰাজিলৰ ৬৪

শতাংশ অবৈধ। সেইদৰে আমেৰিকাৰ 'দ্য মোশ্যন পিকচাৰ এছ'চিয়েশ্যনে' ঘোষণা কৰিছে যে চীনত বিক্ৰী হোৱা ৯০ শতাংশ চিনেমাই অবৈধ। অৰ্থাৎ ডি ভি ডি যোগে চুৰি কৰি অনা। সেইদৰে ভাৰতৰ বলীউডৰ চিনেমা উদ্যোগো বৌদ্ধিক সম্পদ চুৰি কাৰ্য(IP Theft)ৰ কবলত। দিল্লীৰ পালিকা বজাৰ আৰু চীনৰ বেইজিঙত অৱস্থিত চিল্ক এলেই হৈছে এই চৌৰ্যকৰণৰ মুখ্য কেন্দ্ৰ। এনে অবৈধ কাৰ্য বন্ধ কৰিবলৈ আমেৰিকাৰ 'গ্লোবেল ইণ্টেলেকচুৱেল প্ৰপাৰ্টী ৰাইট একাডেমী'য়ে কিছুমান আঁচনি হাতত লৈছে।

ভাৰতৰ লগতে অসমলৈ যে এনে প্ৰত্যাহ্বান কঢ়িয়াই অনা নাই তাক কোনেও ক'ব নোৱাৰে। প্ৰকৃতিপ্ৰেমী সংস্থা 'নেচাৰ্চ বেকনে' সময়ে সময়ে এনে তথ্য চুৰি তথা প্ৰাকৃতিক সম্পদ লুণ্ঠন কাৰ্যৰ বিপক্ষে প্ৰতিবাদ কৰি অহা পৰিলক্ষিত হৈছে। উপযুক্ত স্থানত আৰু মহলত ইয়াৰ সুবিচাৰ হ'লে ভাল হয়। কাৰণ অসম বা উত্তৰ পূৰ্বাঞ্চল বিশ্বৰ ভিতৰত জৈৱ-বৈচিত্ৰ্যৰ দিশত এটা চহকী অঞ্চল। ইতিমধ্যে নৱ প্ৰযুক্তিৰ ন ন উদ্ভাৱনে মানৱ জাতি ইলেক্ট্ৰনিক সভ্যতাৰ দিশে গতি কৰিলেও, আমি সচেতন হ'ব লাগিব যাতে AK-52 হাতত লৈ কিছুসংখ্যক লোকে বিশ্বত সন্ত্ৰাস সৃষ্টি কৰাৰ দৰে এই ইলেক্ট্ৰনিক সংস্কৃতিয়ে আমাৰ বাবে অনাগত দিনৰ অভিশাপ স্বৰূপ নহয় যেন।◈

# এডুচাট ঃ
# শিক্ষণৰ অত্যাধুনিক মাধ্যম

The higher the proportion of creative leaders the higher the potential of success of vision like developed India.

–APJ Abdul Kalam

মৌলিক অবদানৰ বাবে মৌলিক চিন্তাৰ প্ৰয়োজন। তাৰ লগতে লাগিব উৎহাস-উদ্দীপনা আৰু অধ্যৱসায়। চাইকেল মেকানিক আৰু চাইকেল কাৰখানাৰ মালিক উইলবাৰ আৰু অৰভিল ৰাইটৰ অদম্য উৎসাহ-উদ্দীপনা আৰু অধ্যৱসায়ৰ ফলত সৃষ্টি হ'ল মহাকাশ অভিযান আজিৰ পৰা দুশ বছৰৰ আগতে।

উৎসাহ উদ্দীপনা আৰু বৌদ্ধিক অভিযানৰ গতি সজীৱ কৰি ৰাখিবলৈ লাগে এটি পৰিৱেশ। অৰভিল ৰাইটে নিজৰ ল'ৰালি কালৰ বিষয়ে এইবুলি লিখিছিল—

> 'We were lucky enough to grow up in an environment where there was always much encouragement to children to pursure intellectual interests; to investigate whatever arouse curiosity'।

এই এশ বছৰীয়া বৌদ্ধিক যাত্ৰাত জন্ম হ'ল তথ্য প্ৰযুক্তি আৰু চেটেলাইট প্ৰযুক্তি বিপ্লৱৰ। দুয়োটাৰ সংমিশ্ৰণত আৰম্ভ হ'ল 'দূৰ সংযোগ শিক্ষা'। আজিৰ পৰা প্ৰায় দহ বছৰৰ আগতে অষ্ট্ৰেলিয়াৰ বিজ্ঞানী তথা শিক্ষাবিদসকলে সেইদিশৰ ভিতৰুৱা অঞ্চলত অৱস্থিত খেতিৰ কাম কৰা ল'ৰা-ছোৱালীবোৰক এই চেটেলাইটৰ সহায়ত শিক্ষা প্ৰদান কৰিছিল। ভাৰততো বিক্ৰম চাৰাভাইৰ উৎসাহ-উদ্দীপনা আৰু নেতৃত্বত ভাৰতীয় মহাকাশ গৱেষণা কেন্দ্ৰই (ISRO) ইতিমধ্যে মহাকাশ গৱেষণা আৰু অভিযানৰ ক্ষেত্ৰত সাফল্য লাভ কৰিছে। উপগ্ৰহ উৎক্ষেপনৰ ক্ষেত্ৰত ভাৰতে স্বাৱলম্বীতা আহৰণ কৰিবলৈ সমৰ্থ হৈছিল। ১৯৯৯ চনত প্ৰস্তুত কৰা PSLV-C2 যানৰ উৎক্ষেপন লেখত ল'বলগীয়া আছিল কাৰণ এই যানখনে তিনিটা উপগ্ৰহ কঢ়িয়াই নিব পাৰে। ২০০১ চনৰ এপ্ৰিল মাহত ভূ-সমলয়ী উপগ্ৰহ এটাও ভূ-স্থিৰ কক্ষত স্থাপন কৰে। এই ভাৰতীয় মহাকাশ গৱেষণা কেন্দ্ৰৰ সৌজন্যত শ্ৰীহৰিকোটাৰ পৰা যোৱা ২০ চেপ্তেম্বৰৰ আবেলি ৪ বজাত প্ৰথমবাৰৰ বাবে 'এডুচাট' (Satellite for education) নামেৰে এটা উপগ্ৰহ আকাশ মাৰ্গত নিক্ষেপ কৰা হয়। এই এডুচাট পুৰামাত্ৰাই শিক্ষাৰ বাবে ব্যৱহাৰ কৰা হ'ব। আৰু ই শিক্ষাদানৰ ক্ষেত্ৰত এজন দক্ষ শিক্ষকৰ দৰে কাম কৰিব। কমপক্ষেও সাত বছৰ জীৱনকাল থকা এডুচাটৰ দ্বাৰা ভাৰতবৰ্ষৰ পাঁচটা অঞ্চললৈ শিক্ষাৰ ন ন বিষয়ৰ জ্ঞান সৰবৰাহ হ'ব। অঞ্চলকেইটা হৈছে— উত্তৰ, উত্তৰ পূব, পূব, দক্ষিণ আৰু পশ্চিম অঞ্চল। ইতিমধ্যে ১০০০ টা শ্ৰেণীকোঠালৈ আৰু

৫০,০০০ ছাত্ৰ-ছাত্ৰীক ইয়াৰ সহায়েৰে শিক্ষাদান কৰা হ'ব। লাহে লাহে ইয়াৰ পৰিসৰ বাঢ়ি যাব যেতিয়া শিক্ষানুষ্ঠানবোৰে ব্যৱহাৰ কৰিবলৈ আৰম্ভ কৰিব। ইতিমধ্যে ভাৰতবৰ্ষৰ কেইবাখনো বিশ্ববিদ্যালয়ে এডুচাটৰ শিক্ষাৰ কাৰ্যসূচী গ্ৰহণ কৰিবলৈ আগ্ৰহ প্ৰকাশ কৰিছে। প্ৰত্যেক মহাবিদ্যালয়ে ইয়াৰ সুবিধা ল'ব পাৰিব বুলি মহাকাশ প্ৰয়োগ কেন্দ্ৰৰ সঞ্চালক কে এন শংকৰে কৈছে। শিক্ষাদানৰ সময়ত ছাত্ৰ-ছাত্ৰীসকলে প্ৰশ্নও কৰিব পাৰিব। অৱশ্যে প্ৰশ্নবোৰ ফোন, এচ এম এচ, ই-মেইল আদিৰ মাধ্যমেদি কৰিব লাগিব।

অসমৰ গুৱাহাটী আৰু ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ দূৰসংযোগ শিক্ষাৰ ব্যৱস্থা আছে আৰু মহাবিদ্যালয় কিছুমানত ইয়াৰ কেন্দ্ৰ আছে। গতিকে অনতিপলমে এডুচাটৰ সুবিধা গ্ৰহণ কৰিব পাৰি। অসমৰ মহাবিদ্যালয়বোৰলৈ মূল্যায়নৰ বাবে অহা নাকে (NAAC) কম্পিউটাৰ সাক্ষৰতাৰ ওপৰত গুৰুত্ব দিছে যাতে প্ৰতিজন ছাত্ৰ-ছাত্ৰী আৰু প্ৰতিগৰাকী শিক্ষক-শিক্ষয়িত্ৰীয়ে কম্পিউটাৰ ব্যৱহাৰ কৰিব জানে। অসমৰ ছাত্ৰ-ছাত্ৰীসকলক নতুন নতুন জ্ঞানেৰে সুসজ্জিত কৰিবলৈও নাকে পৰামৰ্শ দিছে। এডুচাটৰ ব্যৱহাৰৰ প্ৰশ্ন মহাবিদ্যালয়বোৰক নামে একাদশ প্লেনত উত্থাপন কৰিব পাৰে।

২০২০ চনত ভাৰতবৰ্ষই উন্নত দেশ হোৱাৰ যি কল্পনা কৰিছে, তাক বাস্তৱায়িত কৰিবলৈ ১০০ শতাংশ নাগৰিকেই সাক্ষৰ হ'ব লাগিব। বৰ্তমান ২০০ নিযুত যুৱক-যুৱতীয়ে লিখিব আৰু পঢ়িব নেজানে। যি গতানুগতিক পদ্ধতিৰে বৰ্ণৰ পৰা শব্দলৈ শিকোৱা হয়, সেই পদ্ধতিৰে সাক্ষৰ হ'বৰ বাবে সময় লাগে ২০০ ঘণ্টা। এই হিচাপত ৯৫ শতাংশক সাক্ষৰ কৰিবলৈ ২০ বছৰ সময় লগিব। লগতে প্ৰশিক্ষণপ্ৰাপ্ত শিক্ষকৰো অভাৱ। গতিকে এডুচাট এটা সুন্দৰ মাধ্য হ'ব পাৰে, যাৰ দ্বাৰা ক্ষিপ্ৰ গতিত ভাৰতবৰ্ষই পূৰ্ণ সাক্ষৰতা লাভ কৰিব পাৰে।◈

# গণিতৰ ভাষা

"The creative language of the culture of today is science and mathematics is the alphabet of science."

– William L. Schaaf

'None need enter, who does not know mathematics' —এই বাণী বিশ্ববিখ্যাত দাৰ্শনিক আৰু প্ৰভাৱশালী মনীষী প্লেটোৱে নিজৰ স্কুলৰ প্ৰৱেশ তোৰণত লিখি থৈছিল। তেখেতৰ খুউব বেছি অৱদান গণিতত আছিল বুলি মনে নধৰে, কিন্তু তেখেতে বহুতো মহান গণিতজ্ঞৰ জন্ম দিছিল। বহুতো মেধাৱী ব্যক্তি আকৃষ্ট হৈছিল তেখেতৰ প্ৰভাৱত। প্ৰায় ২,৩০০ বছৰৰ আগতে প্লেটোৱে এথেন্স চহৰত 'Lecture on the Good' বিষয়ৰ ওপৰত এটি কথিকা আগবঢ়াইছিল। এৰিষ্টটলকে ধৰি সেই সময়ৰ বহুতো গুণী ব্যক্তিসকল উপস্থিত আছিল। সকলোৱে ভাবিছিল যে তেখেতে মানৱীয় মূল্যবোধ ধন-সম্পত্তি, স্বাস্থ্য বা ক্ষমতা

আদিৰ ওপৰত মূল্যবান কথিকা আগবঢ়াব। কিন্তু তেখেতে যেতিয়া আৰম্ভ কৰিলে গণিতৰ সংখ্যা, জ্যামিতি আৰু জোৰ্তিবিজ্ঞান আৰু পৃষ্ঠপোষকতা কৰিলে গণিতৰ বিমূৰ্ত ধাৰণাবোৰৰ বিষয়ে, তেতিয়া সভাত উপস্থিত থকা সৰহ সংখ্যক লোক হতাশ হ'ল আৰু কিছুৱে পাছত সমালোচনাও কৰিলে।

বিজ্ঞান আৰু সমাজৰ পাৰস্পৰিক সম্পৰ্কত বিজ্ঞানী জে ডি বাৰ্ণালে 'Science in History' কিতাপখনত সুন্দৰকৈ ব্যাখ্যা কৰি গণিতৰ পৃষ্ঠপোষকতা কৰিছে। পাশ্চাত্য শিক্ষাৰ ওপৰত প্লেটোৱে প্ৰভাৱ দীৰ্ঘস্থায়ী হোৱাৰ বাবে বিজ্ঞানৰ অগ্ৰগতি ক্ষিপ্ৰতৰ আছিল। অন্যহাতেদি কনফুচিয়াছৰ প্ৰভাৱে চীনৰ শিক্ষাৰ বুনিয়াদ গঢ়িলেও গণিতক বাদ দিয়াৰ ফলত চীনৰ বিজ্ঞান তুলনামূলকভাৱে পিছপৰি আছিল বুলি বাৰ্ণালে মন্তব্য কৰিছিল। যোল্ল শতিকাত কেপলাৰ আৰু গেলিলিঅ'ৰ পাছতেই নিউটনৰ চিন্তাধাৰাৰ ওপৰত প্লেটোৰ গাণিতিক প্ৰেৰণাই এক গুৰুত্বপূৰ্ণ ভূমিকা পালন কৰে।

গাণিতিক সূত্ৰৰ সহায়েৰে নিউটনে আৱিষ্কাৰ কৰিলে প্ৰাকৃতিক জগতৰ ৰহস্য মধ্যাকৰ্ষণ শক্তি, আৱিষ্কাৰ কৰিলে, আইনষ্টাইনে বিজ্ঞান জগতত এক যুগান্তকাৰী ৰহস্য আপেক্ষিকতাবাদ। গতিকে সংখ্যা, চিহ্ন, প্ৰতীক বা সমীকৰণ সম্বলিত গণিতৰ ভাষাই বিশ্ব ৰহস্যৰ ব্যাখ্যা আৰু মানুহৰ চিন্তা আৰু কল্পনাশক্তিক বাস্তাবায়িত কৰাত সহায় কৰি আহিছে। সেইকাৰণে হয়তো ডেকাৰ্টে কৈছিল— Cogito ergo Sum(অৰ্থাৎ মই চিন্তা কৰিব পৰাৰ বাবেই মোৰ স্থিতি), ইতৰ জীৱ জন্তুৱে চিন্তা কৰিব নোৱাৰাৰ বাবে আজিও একে অৱস্থাতে আছে। ডেকাৰ্টৰ এই বিখ্যাত প্ৰতিজ্ঞা-বাক্যই আধুনিক দৰ্শনৰ বুনিয়াদ ৰচিলে। প্ৰত্যেক ব্যক্তিয়ে যিহেতু নিজতকৈ শ্ৰেষ্ঠতৰ কোনো এজনক ধাৰণা কৰিববৈলে সক্ষম, গতিকে সৰ্বাঙ্গসুন্দৰ এক অনিন্দ্য সত্বাৰ অস্তিত্ব নিশ্চয় আছে বুলি ডেকাৰ্টে মন্তব্য কৰিব বিচাৰে। কিন্তু তেখেত এজন মহান গণিতজ্ঞ আৰু গণিতৰ ওপৰত অটল বিশ্বাসী বাবেই তেখেতে মত পোষণ কৰে যে সকলো বস্তুৰ সঠিক জ্ঞান আহৰণৰ একমাত্ৰ প্ৰৱেশ পথ হৈছে গাণিতিক বিশ্লেষণ। প্ৰসঙ্গক্ৰমে

ওপৰত উল্লেখ কৰা মধ্যাকৰ্ষণিক ধাৰণা গেলিলিঅ'ৰ দিনৰেপৰা আছিল যদিও তাৰ সঠিক ৰূপায়ণ নিউটনেহে কৰিব পাৰিছিল কলন গণিত আৱিষ্কাৰ কৰি। গণিতৰ স্পষ্টতাই কোনো এটা বস্তুৰ ধাৰণা সু-নিৰ্দিষ্ট কৰি দিয়ে। যেনে— ত্ৰিভুজৰ তিনিটা কোণৰ সমষ্টি দুই সমকোণৰ সমান নে তাতোকৈ ডাঙৰ। দুই সমকোণৰ সমান হ'ব যদিহে ত্ৰিভুজটো থকা সমতলখন দ্বি-মাত্ৰিক হয়। গতিকে গণিতৰ প্ৰধান বৈশিষ্ট্য হৈছে স্পষ্টতা, অনুশাসন আৰু যুক্তিবাদিতা। যুক্তিহীন জ্ঞান বঠা নোহোৱা নাৱৰ দৰে। কিন্তু কুৰি শতিকাৰ মাজভাগৰ অৰ্থাৎ দ্বিতীয় মহাসমৰৰ সময়ৰেপৰা গণিতৰ ধ্যান-ধাৰণা সম্পূৰ্ণ বেলেগ হ'ল। গণিতৰ মূলমন্ত্ৰ হ'ল— 'How best one can perform!' কিমান দক্ষতাৰে, কেনেকুৱা কৌশলেৰে, কম সময়ত আৰু কম খৰচত এটা কাম সমাধান কৰিব পাৰি। যুদ্ধৰ সময়ত, ডাঙৰ ডাঙৰ উদ্যোগ পৰিচালনাৰ সময়ত বা ৰাজনীতিত প্ৰাৰ্থী নিৰ্বাচনৰ ক্ষেত্ৰত কেনেধৰণৰ সিদ্ধান্ত ল'ব পাৰি তাৰ ভূমিকা পালন কৰে আজিৰ গণিতজ্ঞই।

একবিংশ শতিকাত সঠিকভাবে বৰ্ণিত নোহোৱা পৰিঘটনা এটাক গাণিতিক মাধ্যমেৰে, গাণিতিক লজিকেৰে প্ৰকাশ কৰিব বা ব্যাখ্যা কৰিবলৈ সক্ষম হৈছে। অলপ গৰম, অলপ ঠাণ্ডা অৰ্থাৎ অস্পষ্ট অৱস্থা বা ধাৰণা এটাৰ ব্যাখ্যা আজি ফাজি লজিকৰ সহায়েৰে বুজাব পৰা হৈছে। এইক্ষেত্ৰত উদ্যোগসমূহে আগভাগ লৈছে। জাপানৰ বাণিজ্য আৰু উদ্যোগ মন্ত্ৰণালয়ে ফাজি লজিক প্ৰয়োগ কৰি দুহাজাৰ নিযুত আমেৰিকান ডলাৰ মূল্যৰ সামগ্ৰী উৎপাদন কৰিছে। ফাজি লজিক প্ৰয়োগিক কাপোৰ ধোৱা মেচিনে বিশ্বৰ বজাৰত জনপ্ৰিয়তা লাভ কৰিছে।

সমাজবিজ্ঞান, মনোবিজ্ঞান, অৰ্থবিজ্ঞান, যোগাযোগ বিজ্ঞান, তথ্যবিজ্ঞান, স্নায়বিক সংযোগ, আকৃতি চিনাক্তকৰণ, ৰবট প্ৰযুক্তি, সময় প্ৰযুক্তি আদি অনেক বিষয় আছে —য'ত তথ্যসমূহ নিৰ্দিষ্ট নহয়। এনেক্ষেত্ৰত ফাজি লজিকৰ চাহিদা বাঢ়িছে।

এইচ জি ৱেলছে বহুবছৰৰ আগতেই সতৰ্ক দিছে এইবুলি— 'Statistical thinking will one day be as necessary for efficient citizenship as the bility to read and write'.◈

# বাতৰি কাকতৰ বিপ্লৱ আৰু প্ৰভাৱ

"Were it left to me decide whether we should have a government without government, I should not hesitate a moment to prefer the latter."

–Thomas Jefferson

বিজ্ঞান আৰু প্ৰযুক্তিবিদ্যাৰ ন ন আবিষ্কাৰে মানব জাতিৰ ওপৰত বিগত বৰ্ষৰ প্ৰায় ৭০ দশকৰপৰা প্ৰভুত্ব বিস্তাৰ কৰিবলৈ আৰম্ভ কৰিলে। মানুহেও ন ন কথা আৰু জ্ঞান অৰ্জন কৰিবলৈ ক্ৰমান্বয়ে আগ্ৰহান্বিত হৈ পৰিল। ইলেক্ট্ৰনিক মিডিয়াই তথ্য প্ৰযুক্তি বিশেষকৈ তথ্য আৰু যোগাযোগ প্ৰযুক্তি (ICT)ৰ বিকাশ সৃষ্টি কৰিলে, লগে লগে প্ৰিন্টিং প্ৰযুক্তিৰ আমুল পৰিবৰ্তন হ'ল আৰু আৰম্ভ হ'ল বাতৰি কাকতৰ নব বিপ্লব।

ভাৰতবৰ্ষৰ বাতৰি কাকতৰ দৃশ্য আজি ২২৫ বছৰীয়া পুৰণি; ১৭৮০ চনৰ ২৯ জানুৱাৰীত 'বেংগল গেজেট' নামেৰে প্ৰথম বাতৰি কাকতখন কলকতাত প্ৰকাশ পাইছিল। যদিও ইংৰাজ ব্যক্তি জেমছ আগাষ্টাছ হিকীৰ সম্পাদনাত বাতৰি কাকতে ভাৰতবৰ্ষত পাতনি মেলিছিল কিন্তু ইয়াৰ বৈপ্লৱিক ধাৰণা জন্ম হোৱা আজি ৩০ বছৰ মানহে হৈছে আৰু ৯০ দশকৰ পৰা বাতৰি কাকতে এক নতুন মুৰ ল'লে। অৰ্থাৎ

আমেৰিকাৰ প্ৰখ্যাত 'কেব্‌ল নিউজ জায়েণ্ট' নামৰ চি এন এন (CNN)ৰ ডিৰেক্টৰ ব্ৰডকাষ্ট চেটেলাইট প্ৰযুক্তিৰ সহায়েৰে ১৯৯১ চনৰ প্ৰথম আৰব উপসাগৰীয় যুদ্ধৰ প্ৰতিটো মুহূৰ্ত বিশ্বৰ লগতে ভাৰতৰ প্ৰতিজন নাগৰিকে যেতিয়া প্ৰত্যক্ষ কৰাৰ সুবিধা পালে। তেতিয়াৰ পৰা কেব্‌ল আৰু চেটেলাইট টিভিৰ জনপ্ৰিয়তা ক্ৰমাৎ বৃদ্ধি পালে আৰু ই বৃহৎ উদ্যোগলৈ ৰূপান্তৰিত হ'ল। ফলত এক নতুন ধাৰণা 'বিশ্বখন এখন গোলকীয় গাওঁ'ৰ সৃষ্টি হ'ল। বৰ্তমান বিশ্বৰ বাতৰি কাকতবোৰেও নিজ নিজ ৱেবচাইট খুলিলে যাতে ইলেক্ট্ৰনিক মিডিয়াৰ গ্ৰাহকসকলে বাতৰি কাকত পঢ়িব পাৰে। ৱেবচাইটৰ যোগেদি পঢ়া বিশ্বৰ শীৰ্ষস্থানত থকা প্ৰথম পাঁচখন জনপ্ৰিয় বাতৰি কাকত হৈছে— দ্যা নিউইয়ৰ্ক টাইমচ্‌, দ্যা ৱাশিংটন প'ষ্ট, ইউ এচ এ টুডে, চি এন এন্‌চ স্পৰ্ট্‌ছ ইলাচ্‌ট্ৰেটেড্‌জ আৰু টাইমচ্‌ অব ইণ্ডিয়া।

যদিও বিশ্বৰ খেল-ধেমালি বা ভয়াবহ ঘটনাৱাজি মানুহে লগে লগে চাবলৈ বা সবিশেষ জানিবলৈ টিভি নিউজ চেনেলৰ যোগেদি সুবিধা পাইছে, তথাপিও বাতৰি কাকতৰ প্ৰভাৱ কমাতকৈ ক্ৰমে বৃদ্ধি পোৱাহে পৰিলক্ষিত হৈছে। ন ন জ্ঞানৰ সঞ্চয় কৰিবলৈ আৰু সঠিক চিন্তাৰ উদ্ৰেক কৰাবলৈ প্ৰিণ্টিং মিডিয়াৰ ভূমিকা আটাইতকৈ বেছি। আইনষ্টাইনে কৈছে— 'জ্ঞানতকৈ সৃষ্টি ধৰ্মী কল্পনাৰ বেছি প্ৰয়োজন। বাতৰি কাকত আৰু কিতাপে তেনে ভূমিকা গ্ৰহণ কৰে। আকৌ, আঞ্চলিক ভাষাত প্ৰকাশিত বাতৰি কাকতৰ চাহিদা যেতিয়া বাঢ়ি আহিল, তেতিয়াৰ পৰা বাতৰি কাকতে এক নতুন ৰূপ ল'লে।' আজি বিভিন্ন ভাৰতীয় ভাষাত প্ৰকাশিত দৈনিক বাতৰি কাকতৰ সংখ্যা হৈছে পাঁচ হাজাৰ খন। তদুপৰি যোল হেজাৰখন সাপ্তাহিক আৰু ছহেজাৰখন পযেকীয়া বাতৰি কাকত ভাৰতত নিয়মীয়াকৈ প্ৰকাশ পায়। ১০৮ কোটি জনসংখ্যাৰ ৰাষ্ট্ৰ ভাৰতবৰ্ষত পঢ়ুৱৈৰ সংখ্যা ক্ৰমাৎ বৃদ্ধি পাই আহিছে। 'নেচনেল ৰিডাৰশ্বিপ ষ্টাডি-২০০৫' ৰ এক সমীক্ষাত প্ৰকাশ পোৱা এক তথ্যমতে, পঢ়ুৱৈৰ সংখ্যাৰ ভিত্তিত ভাৰতৰ সৰ্বাধিক প্ৰচলিত ১০ খন দৈনিক বাতৰি কাকত আৰু ১০ খন আলোচনীৰ ক্ৰম এনেধৰণৰ—

দৈনিক বাতৰি ঃ

১. দৈনিক জাগৰণ (হিন্দী, পাঠকৰ সংখ্যা-২,১২,৪৪,০০০)
২. দৈনিক ভাস্কৰ (হিন্দী, পাঠকৰ সংখ্যা-১,৭৩,৭৯,০০০)
৩. এন্নাডু (তেলেগু, পাঠকৰ সংখ্যা-১,১৩,৫০,০০০)
৪. হিন্দুস্তান (পাঠকৰ সংখ্যা-১,১০,৫৫৭,০০০)
৫. অমৰ উজালা (পাঠকৰ সংখ্যা-১,১০,৪৬৯,০০০)
৬. ডেইলী থাণ্টি (পাঠকৰ সংখ্যা-৯৮৪৫০০০)
৭. লোকমত (পাঠকৰ সংখ্যা-৮৮২0000)
৮. ৰাজস্থান পত্রিকা (পাঠকৰ সংখ্যা-৮৬৫১০০০)
৯. টাইমচ্ অব ইণ্ডিয়া (পাঠকৰ সংখ্যা-৮০৯২০০০)
১০. মালায়ালম মনোৰম (পাঠকৰ সংখ্যা-৭৯৮৫০০০)

আলোচনীঃ

১. ইণ্ডিয়া টুডে (হিন্দী, পাঠকৰ সংখ্যা-১,০৭,১৭,০০০)
২. সৰসা সলীল (হিন্দী, পাঠকৰ সংখ্যা-১,০৫,৬১,০০০)
৩. ইণ্ডিয়া টুডে (ইংৰাজী, পাঠকৰ সংখ্যা-৬২,৯৫,০০০)
৪. কুংশুমান (তামিল, পাঠকৰ সংখ্যা-৫৮,০০,০০০)
৫. কুমুদাম (পাঠকৰ সংখ্যা-৪৬৭৫০০০)
৬. সৰিতা ( হিন্দী, পাঠকৰ সংখ্যা-৪১৯১০০০)
৭. গৃহশুভ (হিন্দী, পাঠকৰ সংখ্যা-৪১২১০০০)
৮. স্বতি (পাঠকৰ সংখ্যা-৩৯৫৯০০০)
৯. বনিয়া (মালয়ালম, পাঠকৰ সংখ্যা-৩৮৩২০০০)।

আকৌ ডেইলী নিউজ এনালাইচিচ গ্ৰুপে চলোৱা এক সমীক্ষানুসৰি বাতৰি কাকতৰ ব্যৱসায়ৰ বৃদ্ধি কেৱল পঢ়ুৱৈৰ সংখ্যাৰ ওপৰত নিৰ্ভৰশীল নহয়; ইয়াৰ প্ৰসাৰণৰ অন্যতম প্ৰধান বিজ্ঞাপন। প্ৰিণ্টিং মিডিয়া আৰু কেৱল চেটেলাইট টিভি বিজ্ঞাপনৰ বাবে আটাইতকৈ ভাল মাধ্যম বুলি বিবেচনা কৰা হৈছে। বিদেশী বহুজাতিক প্ৰতিষ্ঠান কিছুমানে বিজ্ঞাপনৰ নামত ভাৰতীয় পঞ্চবাৰ্ষিকী একোটা আঁচনিত ধাৰ্য কৰা মুঠ টকাতকৈ বহু বেছি টকা খৰছ কৰে। সেয়েহে বিশ্বত এক নতুন উদ্যোগ—

বিজ্ঞাপন উদ্যোগ গঢ়ি উঠিছে। উল্লেখ্য যে কেৱল মুম্বাইত সকলোবোৰ বাতৰি কাকতত প্ৰকাশ পোৱা বিজ্ঞাপনৰ বাৰ্ষিক মুঠ ৰাজহ ১৩০০ কোটি (২০০৫ চনৰ)। এই ৰাজহৰ সিংহভাগ অৰ্জন কৰে টাইমচ্ অব্ ইণ্ডিয়া গ্ৰুপে। আকৌ নেচনেল ৰিডাৰশ্বিপ চাৰভেৰ মতে দৈনিক বাতৰি কাকতৰ লগত নিয়মিতভাবে প্ৰকাশ পোৱা পৰিপুৰিকাবোৰেও প্ৰচাৰ বৃদ্ধিৰ ক্ষেত্ৰত সহায় কৰে। পৰিপূৰিকাবোৰক লৈ এখন দৈনিক বাতৰি কাকতৰ সাধাৰণতে মুঠ পৃষ্ঠা হয় ৪০ ৰপৰা ৬৪। ভাৰতৰ প্ৰধান মহানগৰবোৰত প্ৰকাশ পোৱা এই বাতৰি কাকতৰ মূল্য ডেৰ বা দুটকা। আকৌ হায়দৰাবাদত মুখ্য কাৰ্যালয় থকা 'ডেক্কন ক্ৰনিক'ল (ইংৰাজী) বাতৰি কাকতখনৰ মুঠ পৃষ্ঠা ৫৪ (পৰিপূৰিকাসহ); মূল্য মাত্ৰ এটকা।

**লক্ষ্য আৰু উদ্দেশ্য ঃ**

মিডিয়াৰ প্ৰধান লক্ষ্যকেইটা হৈছে—

ক. বাতৰি শুদ্ধকৈ, সুন্দৰকৈ আৰু শীঘ্ৰে পৰিবেশন বা প্ৰকাশ কৰিব লাগে।

খ. বাতৰিৰ দ্বাৰা বহু কথা জানিব পৰা হ'ব লাগে।

গ. বাতৰি উপভোগ কৰিব পৰা বিধৰ হ'ব লাগে।

আমি আজি বিদ্বৎ সমাজত (Knowledge Society) বাস কৰিছো, য'ত আমাৰ চালিকা শক্তি ৰূপে কাম কৰিছে তথ্য প্ৰযুক্তিয়ে। আমি হিকীৰ প্ৰকাশিত 'বেংগল গেজেট' যুগৰ পৰা বহু দূৰত; অৰ্থাৎ অত্যাধুনিক সা-সৰঞ্জামেৰে সুসজ্জিত টেকন'লজি সমাজত আমি অৱস্থিত। গতিকে বিশিষ্ট সাংবাদিক ৰেমন মেগ্‌চেচে বঁটা বিজেতা আৰু নতুন দিল্লীত অৱস্থিত পলিচি ৰিচাৰ্চ কেন্দ্ৰৰ ভিজিটিং প্ৰফেচাৰ বি জি ৱাৰঘিচে (B.G. Verghese) এই বছৰৰ বাতৰি কাকত দিৱস উপলক্ষ্যে লেখা এক প্ৰবন্ধত কৈছে যে—

'The media today weilds immense power, shaping the national agenda by what it writes or portrys linking evergrowing communities in the continuing process of nation building & serving as a watch dog ... Investigative reporting & crusading journalism have exposed scandals & elped promote causes,

the madia remains a public trust, which alone justifies its characterisation as the fourth estate.

The press is a watch dog. But who shall watch the watch dog? The Press council is a court of hour, not of law and is made up largely of press peers who adjudicate on standerd and taste. It can censure but not punish.'.

সত্য সন্ধানী সাংবাদিকৰ পথ কেতিয়াও সহজ সৰল নহয়। সাংবাদিকৰ লক্ষ্য হৈছে বস্তুনিষ্ঠতা। আধুনিক সাংবাদিকতাৰ পুৰোধা স্বৰূপ যোছেফ পুলিংজাৰে কৈছে —এখন গণতান্ত্রিক ৰাষ্ট্র গণতন্ত্রত সমগ্র জাতিৰ আচৰণ সজ পথত ৰখাৰ একমাত্র উপায় হৈছে সমগ্র ঘটনা প্রবাহ সম্পর্কে জনসাধাৰণক অৱহিত কৰি ৰখা। গোপনতাক আশ্রয় কৰিয়েই সমাজৰ প্রত্যেকটো অপৰাধ, প্রত্যেকটো আইন বিৰোধী কার্যকলাপ, প্রতেকটো পাপ জীয়াই থাকে। এই সকলো প্রকাশ কৰি দিয়া, বর্ণনা কৰি দিয়া, সেইবোৰক আক্রমণ কৰা, বাতৰি কাকতত সেইবোৰক সমালোচনা কৰি থকা-সৰকা কৰি দিয়া (হোমেন বৰগোহাঞি, ৰাজনীতিক আৰু সাংবাদিক-প্রথম কলম)। সেইদৰে বাতৰি কাকত কেনেকৈ মহৎ হয় (প্রথম কলম, আমাৰ অসম) লেখাৰ দুটামান গুৰুত্বপূর্ণ কথা উল্লেখ কৰিব পাৰি। বিশ্ববিখ্যাত বাতৰি কাকত আমেৰিকা যুক্তৰাষ্ট্রত প্রকাশিত বাশ্বিংটন পোষ্টৰ সম্পাদক এডৱার্ড ৰচেষ্টাৰে তেওঁৰ সাংবাদিক সকলৈ এখন বৰ গুৰুত্বপূর্ণ চিঠি প্রেৰণ কৰি এইদৰে লিখিছিল—

'The reputation of a Newspaper depends upon its ability to present the news in an impartial & accurate manner. Its reputation is as sacred and as vital as that of an individual. If a man is irresponsible, careless, dishonest and uttarly devoid of a conception of truth, he is shunned and regarded as worthless, If a news paper is irresponsible, careless and lax in its treatment of truth, it is shunned and regarded as worthless.'।

**মুক্ত সংবাদ সেৱা ঃ**

বিশ্ব মুক্ত সংবাদ দিৱস ২০০৭চনৰ মে' মাহত উদ্‌যাপন কৰা

হৈছিল। বিশ্বজুৰি সাংবাদিকসকলক বিভিন্ন ৰাষ্ট্ৰ আৰু সংস্থাই নৈতিক সমৰ্থন আগবঢ়াইছিল। অথচ 'গ্লোবেল মিডিয়া ৱাচ্‌ ডগ' বুলি খ্যাত ৰিপ'টাৰ চানচ ফ্ৰন্তিয়েৰচৰ সচিব জেনেৰেল ৰবাৰ্ট মিনাৰ্ডে কৈছিল যে সংবাদদাতাৰ প্ৰতি হোৱা অত্যাচাৰ, হত্যা, বন্দী আদি অন্যায় অবিচাৰ কিন্তু বন্ধ হোৱা নাই। উল্লেখ্য যে ২০০৫ বৰ্ষত আটাইতকৈ সৰহ সংখ্যক সাংবাদিকক হত্যা কৰা হৈছিল। ইৰাকত ত্ৰিশ জন সাংবাদিক মৃত্যুমুখত পৰিছিল। তাৰ পিছত ৰাষ্ট্ৰখন আছিল ফিলিপাইনচ্।

অন্যহাতেদি, সংবাদ সেৱাৰ স্বাধীনতাৰ ওপৰত গুৰুত্ব প্ৰদান কৰা ৰাষ্ট্ৰ বিশ্বত নথকা নহয়। বিশ্বৰ এনে ১৬৭ খন ৰাষ্ট্ৰৰ ওপৰত মুক্ত সংবাদৰ ভিত্তিত ৰেংকিং কৰা হৈছিল। এই ৰেংকিঙত প্ৰথম স্থান অৰ্জন কৰা ৰাষ্ট্ৰখন হৈছে ডেনমাৰ্ক আৰু নিম্নতম স্থানত থকা ৰাষ্ট্ৰখন নৰ্থ কোৰিয়া। এই ৰেংকিঙৰ তালিকাত শ্ৰীলংকা, আফগানিস্থান, মাৰ্কিন যুক্তৰাষ্ট্ৰ, পাকিস্তান, চীন আৰু নেপালৰ স্থান ক্ৰমে ১১৫, ১২৫, ১৩৭, ১৫৯ আৰু ১৬০। তুলনামূলকভাৱে ভাৰতৰ স্থান সন্তোষজনক। অৰ্থাৎ ১০৬ স্থানত।

বাতৰি কাকতৰ পঢ়ুৱৈ ক্ৰমাৎ বৃদ্ধি পাই অহাৰ বাবে আজিৰ বিশ্বত বাতৰি কাকতক এক শক্তিৰূপে গ্ৰহণ কৰা হৈছে। বিশ্বত প্ৰায় এক বিলিয়ন অৰ্থাৎ ১০০ কোটি পঢ়ুৱৈ আছে। আকৌ বিশ্বত আটাইতকৈ বেছি বিক্ৰী হোৱা বাতৰি কাকতৰ ৭০ শতাংশ কাকত এছিয়াত প্ৰকাশ হয়। 'ৱৰ্ল্ড এছ'চিয়েচন অব নিউজ পেপাৰচ' (WAN-ৱান)ৰ এক বিজ্ঞপ্তিত কোৱা হৈছে বিগত বছৰত বাতৰি কাকতৰ বিক্ৰী ০.৫৬ শতাংশ অৰ্থাৎ বিগত পাঁচ বছৰৰ ভিতৰত ছয় শতাংশ বৃদ্ধি পাইছে। লগতে কোৱা হৈছে যে দ্ৰুত বিক্ৰীৰ আন্যতম প্ৰধান কাৰণ দৈনিক বাতৰি কাকতৰ লগত বিনামূলীয়াকৈ দিয়া পৰিপূৰিকাবোৰৰ বাবে। ইউৰোপত ১৭ শতাংশ বৃদ্ধি কেৱল এই পৰিপূৰিকাবোৰৰ বাবে বুলি কোৱা হৈছে।

বিশ্বত প্ৰতিদিনে ৪৩৯ নিযুতৰো অধিক মানুহে বাতৰি কাকত কিনি পঢ়ে। ২০০১ চনত এনে ক্ৰেতাৰ সংখ্যা আছিল ৪১৪ নিযুত। সৰ্বাধিক দৈনিক বাতৰি কাকত প্ৰকাশ পোৱা পাঁচখন ৰাষ্ট্ৰ হৈছে— চীন,

ভাৰত, জাপান, আমেৰিকা যুক্তৰাষ্ট্ৰ আৰু জাৰ্মানী। এই দেশ কেইখনত বাতৰি কাকতৰ দৈনিক বিক্ৰীৰ সংখ্যা ক্ৰমে ৯৬.৬, ৭৮.৭, ৬৯.৭, ৫৩.৩, ২১.৫ নিযুত। মস্কোত অনুষ্ঠিত ৫৯ তম ৱৰ্ল্ড নিউজ পেপাৰ কংগ্ৰেছত বাৰে প্ৰকাশ কৰিছে যে ২০০৫ চনত জাপান, মাৰ্কিন যুক্তৰাষ্ট্ৰ আৰু জাৰ্মানীত বাতৰি কাকতৰ সংখ্যা হ্ৰাস পাইছে; অন্যহাতেদি সেই একে সময়ত ভাৰত আৰু চীন দেশত বাতৰি কাকততৰ বৃদ্ধিৰ সংখ্যা ৭ শতাংশ।

## বিশ্বাসযোগ্যতা ঃ মিডিয়া নে চৰকাৰ

অলপতে বিবিচি, ৰিউটাৰচ্ আৰু দ্য মিডিয়া আৰু চৰকাৰৰ মাজত এক তুলনামূলক জৰীপ চলাইছিল। জৰীপৰ সমীক্ষা এইদৰে দিয়া হৈছে—




## আঞ্চলিক ভাষাৰ সীমাবদ্ধতা ঃ

আঞ্চলিক ভাষাত বাতৰি কাকত প্ৰকাশ পোৱাৰ লগে লগে

বাতৰি কাকতৰ গুৰুত্ব দুগুণে বৃদ্ধি পাইছে। কাৰণ ৰাজ্য এখনৰ একত অবহেলিত হৈ থকা অঞ্চলটোৰ বিষয়ে বা আন্ধাৰত ঘটি থকা দুষ্কাৰ্যবোৰ পোহৰলৈ অনাৰ ক্ষেত্ৰত আঞ্চলিক ভাষাত প্ৰকাশিত বাতৰি কাকতৰ ভূমিকা আটাইতকৈ বেছি গুৰুত্বপূৰ্ণ। গতিকে আঞ্চলিক ভাষাৰ সাংবাদিকতা সবাতোকৈ বেছি প্ৰত্যাহ্বানমূলক। অলপতে গুৱাহাটীত অনুষ্ঠিত হোৱা 'কমলা শইকীয়া স্মাৰক বক্তৃতা' নামৰ এক আলোচনাচক্ৰত নেপালৰ বিশিষ্ট সাংবাদিক কণকমানি দীক্ষিতে এই বুলি কয়— নিঃসন্দেহে আঞ্চলিক ভাষাৰ সাংবাদিকতা অধিক প্ৰত্যাহ্বানমূলক আৰু কষ্টসাধ্য। সেইবাবে সত্যক সঠিক ৰূপত প্ৰতিফলিত কৰাৰ বাবে আঞ্চলিক ভাষাৰ সাংবাদিকসকল অপ্ৰতিৰোধ্য শক্তিৰ অধিকাৰী হ'ব লাগিব। লগতে আৰু কয়— অসমৰ আঞ্চলিক ভাষাৰ সাংবাদিকসকলে অসমৰ সমস্যাবোৰ সঠিক ৰূপত অনুধাৱন কৰি অগ্ৰসৰ হোৱা উচিত। অসমত নিতৌ ২৩ খন দৈনিক বাতৰি কাকত প্ৰকাশ পায়। ইয়াৰে অসমীয়া ১২ খন, ইংৰাজীৰ ৩ খন, বাংলা ভাষাৰ ৫ খন আৰু হিন্দীৰ ৩ খন বাতৰি কাকত আছে। প্ৰবীণ সাংবাদিক ৰাধিকামোহন ভাগৱতীয়ে 'নব্য সাংবাদিকতাৰ সন্মুখত প্ৰত্যাহ্বান' নামৰ লেখনিত দিয়া মন্তব্য লক্ষ্যণীয় —সমাজৰ স্বাৰ্থৰ প্ৰতি কেৰেপ নকৰি বেপাৰীৰ স্বাৰ্থ পূৰণৰ বাবেই সংবাদ পত্ৰ বিলাকক মচলাযুক্ত চানাচুৰ জাতীয় সামগ্ৰীৰে বজাৰত ওপচাই দিব নে নিদিয়ে? এইটো কেৱল প্ৰশ্ন নহয়, প্ৰত্যাহ্বানো।

বৰ্তমান অসমত এক ডাঙৰ প্ৰশ্ন দেখা দিছে— সংবাদ পত্ৰবিলাকৰ বিশ্বাসযোগ্যতা। মুখৰোচক, অতিৰঞ্জিত আৰু আনৰ চৰিত্ৰ হনন আদি বাতৰিয়ে সমাজখনক অন্যায় কৰাৰ লগতে পঢ়ুৱৈসকলৰ বিশ্বাসযোগ্যতাও হ্ৰাস কৰায়। গতিকে অধ্যয়নপুষ্ট মনেৰে সাংবাদিকসকলে নিজকে প্ৰস্তুত কৰিব লাগিব যাতে সাংবাদিক মূল্যবোধ ৰক্ষা পৰাৰ লগতে সমাজৰ প্ৰতিটো সমস্যাৰ এক বিশ্লেষণাত্মক দৃষ্টিভংগী পাঠকসকলৰ আগত ভাঁহি উঠে। ◈

# প্ৰসংগ পুথি আৰু প্ৰবন্ধৰ তালিকা

1. Capra, F : ***The Web of Life.***
2. Capra, F : ***The Tao of Physics.***
3. Covey, S.R. : ***The 8th Habit.***
4. Dongoankar Etal, D : ***Internationalisation of HE***, Univ. News (Vol-44, No. 48).
5. Editiorial : ***Question of Degree***, The Times of India (1st May, 06).
6. Editiorial : ***Sc. by Vote***, The Telegraph (27th Nov.05)
7. Editiorial : ***Quality Crunch***, The Times of India.
8. Gopal Raj, N. : ***Universities & Sc. Research***, The Hindu (9th July, 04).
9. G. Altbach, Philip : ***H.E. in India***, The Hindu (12th April, 05)
10. Hatch, David K(2007) : ***Everyday Greatness*** (Reader's Digest; coupiled)
11. India Today (2010) : March,29.
12. Kurup, M.R. : ***Quality Assurance of H.E.***, Univ. News (Vol-44, No. 27).
13. Kulandaiswami, V.C. : ***Reconstruction of H.E. in India.***
14. Kapur, J.N. : ***A Vision of a Great University.***
15. Kale, R.K. : ***H. E. & Development of Theu Nation*** Univ. News (Vol-44,No-33).

16. Murthy, NR Nayanan : ***A Better India, A Better World.*** (2009)

17. Narlikar, J.V. : ***Beautiful Mind***, The Times of India.

18. Nilekani, Nandan : ***Imaginging India.***

19. Parbar, M. : ***H.E. in North East***, Vol-41, No. 24 Univ. News.

20. Radhakrishnan, S : ***The Foundation of Civilisation.***

21. Rajbongshi, M. : ***Knowledge Economy***, The Assam Tribune.

22. Rajbongshi, M. : ***Medical Tourism***, The Assam Tribune.

23. Sen, Amarty (2005) : ***The Argumentative Indian.***

24. Sen, Amarty (2009) : The Idea of Justice.

25. Stella, Antony : ***Measuring Instituional Quality in H.E.***, Univ. News (Vol.-43,No.23).

26. Stella, Antony : ***Part-II***, Univ. News (Vol. 43, No.23).

27. Toffler, Alvin : ***Future Shock.***

28. Toffler, Alvin : ***The Third Wave.***

29. Toffler, Alvin : ***Tomorrow's Economy***, India Today Seminar at New Delhi.

30. Thangamututhu, C. : ***The Indian HE: Retrospect & Prospect***, Univ. News (Vol.-45, No. 06).

31. Univ. News (2009) : Vol-47, No. 37.

32. Univ. News (2010) : Vol-48, No. 12.

33. কটকী, ড° প্ৰফুল্ল : শতাব্দীৰ সূৰ্য (অনুবাদ)।



## ড° মুকুন্দ ৰাজবংশী

জন্ম : ০১-১১-১৯৪১ চন (ডিব্ৰুগড়)

ড° মুকুন্দ ৰাজবংশীয়ে ১৯৬৬ গুৱাহাটী বিশ্ববিদ্যালয়ৰপৰা গণিতত এম এছ চি আৰু ১৯৮২ চনত হায়দৰাবাদৰ ওছমানিয়া বিশ্ববিদ্যালয়ৰপৰা অংকশাস্ত্ৰ বিষয়ত স্নাতকোত্তৰ ডিগ্ৰী আৰু ১৯৮২ চনত হায়দৰাবাদৰ ওছমানিয়া বিশ্ববিদ্যালয়ৰপৰা "অপাৰেচন ৰিচাৰ্ছ" বিষয়ত পিএইচ ডি ডিগ্ৰী লাভ কৰে। গৱেষণাত উল্লেখযোগ্য অৱদান "ৰাজবংশী— পাণ্ডিত এলগ'ৰিথিম"। উত্তৰ লক্ষীমপুৰ মহাবিদ্যালয়ৰ গণিত বিভাগৰ প্ৰাক্তন মুৰব্বী অধ্যাপক ড° ৰাজবংশীয়ে লক্ষীমপুৰ বালিকা মহাবিদ্যালয়ৰপৰা অধ্যক্ষ হিচাপে অৱসৰ গ্ৰহণ কৰে। ড° ৰাজবংশীয়ে ১৯৮২ চনত হায়দৰাবাদৰ MICI কেন্দ্ৰত ধান যোগৰ আৰু ১৯৮২ চনত চিঙ্গাপুৰ নেচনেল বিশ্ববিদ্যালয়ত 'অপটিমাইজেচন'ৰ প্ৰশিক্ষণ গ্ৰহণ কৰে। তেওঁ নেচনেল বিশ্ববিদ্যালয়, চিঙ্গাপুৰ, এবাৰ্টা বিশ্ববিদ্যালয়, কানাডা, ওইজমান বিশ্ববিদ্যালয়, ইজৰাইল, মানচেষ্টাৰ বিশ্ববিদ্যালয়, ইংলেণ্ড আৰু বেষ্টভিল— ডাৰবান বিশ্ববিদ্যালয়, দক্ষিণ আফ্ৰিকাৰপৰা গৱেষণা পত্ৰ পাঠ কৰিবলৈ আমন্ত্ৰিত হৈছিল। এনে আন্তৰ্জাতিক পৰ্যায়ৰ উপৰিও ৰাষ্ট্ৰীয় পৰ্যায়ৰ আলোচনাচক্ৰত তথা আই আই টি কাণপুৰ, আই আই টি, খড়গপুৰ আৰু দিল্লী, কলকতা, উৎকল, হায়দৰাবাদৰ কেন্দ্ৰীয় বিশ্ববিদ্যালয় আদিত গৱেষণা পত্ৰ পাঠ কৰাৰ অভিজ্ঞতা তেওঁ অৰ্জন কৰে। ৰাষ্ট্ৰীয় আৰু আন্তৰ্জাতিক পৰ্যায়ৰ আলোচনী আৰু কিতাপত তেওঁৰ ১৩ খনতকৈ অধিক গৱেষণা পত্ৰ আৰু ১৫০ খনতকৈ অধিক জনপ্ৰিয় কথিকা প্ৰকাশ পাইছে। অপাৰেচন ৰিচাৰ্চ চ চাইটি অৱ ইণ্ডিয়া আৰু ইণ্টাৰনেচনেল অৰগেনাইজেচন অৱ চাইন্স এণ্ড টেকনলজি এডুকেচন (জাৰ্মানী)ৰ সদস্য। ড° ৰাজবংশী বৰ্তমান উত্তৰ লক্ষীমপুৰ চহৰত অৱস্থিত জিনিয়াচ একাডেমীৰ পৰিচালন সঞ্চালক।